

# ছাঁ-জুইৰ পোহৰত

# ছাঁ-জুইৰ পোহৰত

লক্ষ্মীনন্দন বৰা




মিত্র এজেন্সি এণ্ড কোং
তিনিচুকীয়া : অসম

**CHHAN-JUIR POHARAT:** *a novel in Assamese by Prof. Lakshmi Nandan Bora M. Sc., Assam Agricultural College, Jorhat and Published by Narendra Nath Das, Mitra Agency & Co. Tinsukia, First Published July '66. Price Rs. 3·75.*

: ছাঁ-জুইৰ পোহৰত ( উপন্যাস ) :

: প্ৰকাশক :

॥ শ্ৰীনৰেন্দ্ৰ নাথ দাস ॥

মিত্ৰ এজেঞ্চি এণ্ড কোং

তিনিচুকীয়া, অসম

: প্ৰচ্ছদপট :

॥ শ্ৰীঅজিত গুপ্ত ॥

কলিকতা

: মুদ্ৰক :

॥ শ্ৰীতিনকড়ি বাৰিক ॥

অনু প্ৰেছ

৫১, ঝামাপুকুৰ লেন

কলিকতা-৯

: প্ৰথম প্ৰকাশ :

॥ জুলাই, ১৯৬৬ চন ॥

তিনি টকা পঁইসত্তৰ পইচা

শ্ৰীযুতা শশীপ্ৰভা বৰুৱা

মাতৃস্থানীয়াসু

ৰসগ্ৰাহী সহৃদয় পঢ়ুৱৈক ছুনাই সোঁৱৰাই দিয়াৰ প্ৰয়োজন নহলেও বিধি অনুসৰি কৈ থোৱা উচিত হব যে উপন্যাসখনিৰ চৰিত্ৰসমূহ, আৰু চৰিত্ৰৰ আচৰণ নাইবা বৈশিষ্ট্যৰ লগত আঞ্চলিকতা আৰু জীৱিকা-উপজীৱিকাৰ সংযোগ-স্থাপনো সম্পূৰ্ণ মনে সজা।

এজন বন্ধুৱে ৰচনা-কালত সঘনে উদগনি দি আছিল। নাম এটি দিয়াৰ বেলিকা মোৰ মনত একেলগে চাৰি-পাঁচটা নামে ভুমুকি মাৰিছিল আৰু খেলিমেলি লগাইছিল। নামটো চূড়ান্তভাৱে নিৰ্দ্ধাচন কৰাৰ বেলিকা তেখেতৰ ব্যাখ্যাপূৰ্ব্বক সমৰ্থনেও মোক যথেষ্ট সহায় কৰিছিল। মোৰ লগত কলাৰুচিৰ ভালেখিনিত মিল থকা আৰু সৰস সমালোচক এই বন্ধুজন হল মিঠা কথাশিল্পী শ্ৰীকুল গগৈ। তেখেতক ধন্যবাদ জনালোঁ।

সৰবৰহী প্ৰকাশক শ্ৰীনৰেন্দ্ৰ নাথ দাস (মিত্ৰ এজেঞ্চি এণ্ড কোং, তিনিচুকীয়া)ৰ আত্মবিশ্বাস ওপজাব পৰা সঘন 'তাগাদা' আছিল প্ৰেৰণাৰ প্ৰাথমিক উৎস। তেখেতৰো শলাগ ললোঁ।

**—লক্ষ্মীনন্দন বৰা**

২৩।৭।৬৫

“সোণৰ হৰিণা তই, ক’ত দেখিলি ?
ছাঁ-জুইৰ পোহৰত, ধন লেখিলি।”

## ॥ এক ॥

সোণাইৰ পাৰৰ সোণবৰিয়াল গাঁও। দক্ষিণে কুঁজীদাহ, জাঁজৰি আৰু বৰিগাঁও। উত্তৰে সোণাই। বহু ঠাইৰ বুকু চেঁচা পেলাই অকোৰা-পকোৰা হৈ বৈ আহিছে। এইখন সোণাই হেনো পূৰ্বে বহুত দূৰৈৰপৰা বৈ আহিছে। বুঢ়াসকলে কয় বোলে সোণাইখন একালত বৰনৈৰ লগত লগ লাগিছিল। পিছে বহুতেই এই কথা নেমানে। কাৰণ ৰূপহীৰপৰা বৰনৈ বহুত দূৰ। প্ৰায় এবেলাৰ বাট। মলৌৰ ভূগোলৰ কিতাপতো আছে যে, সোণাইখন ৰূপহীৰপৰা ওলাইছে।

সোণাইৰ জিকি-মিকি পানীত পাৰৰ সৰু সৰু গাঁওবোৰৰ সৰু সৰু আশাবোৰ উজলি উঠিছে। সোণাইৰ পলসে খেতিয়কৰ মনতো পলস পেলাইছে। যুগে যুগে চামে চামে কত ডেকা-গাভৰুৱে সোণাইৰ পাৰত বনগীত ৰচিছে! কত ঘটনা উপকথা হৈ সোণাইৰ কুলু কুলু সুৰৰ লগত মিলি গৈছে! কতৰ মনৰ ফাকু-গুড়ি লাগি সোণাইৰ পাৰ আজাৰবুলীয়া হৈছে!

এইখন সোণাই একেদৰেই আছে। সময় বাগৰিছে। সুখ, শান্তি, আশা-নিৰাশাই ন ন ৰূপ লৈছে। মানুহ সলনি হৈছে। মানুহৰ অভাৱ সলনি হৈছে, হেপাহ সলনি হৈছে; সমস্যাও সলনি হৈছে। সোণাই একেদৰেই আছে যদিও ৰূপ সলনি হৈছে। ওপৰেদি দলং হৈছে। পাৰত হাট-বজাৰ বহিছে। সোণাইৰ সোঁতে বহুত বহুত নাও কঢ়িয়াইছে—মৰাপাটৰ নাও। সোণাইৰ পাৰৰ সেউজ গছ-গছনিৰ কাষে কাষে কাঠৰ কল বহিছে। ঠিকাদাৰ আৰু চাকৰিয়ালৰ দুটা-এটা বঙলা-ঘৰ উঠিছে। মাজে মাজে পাৰে পাৰে উজান উঠিব নোৱাৰাকৈ মথাউৰি সজা হৈছে। তাৰ ওপৰেদি চাইকেল চলিছে

দুই-এক বুঢ়াই কয়, "কালবো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল। আগতে আছিল ভাল, মানুহবোৰ হল যেন মহাকাল, পথাৰৰ গুচিল ছাল; হৰি হৰি কলিকাল॥"

আলি-মথাউৰিয়ে সোণাইক বন্দী কৰিলে। শাওণ-ভাদৰ ভৰা নদী উবুৰি খাই পৰি পথাৰত পলস পেলাব নোৱাৰা হল। পথাৰৰ কোণে কোণে ওখ ওখ ভেটি বান্ধি মৈমনচিঙীয়াই গাঁও পাতিলে। পথাৰৰ মাটিয়ে ৰাইজক নোজোৰা হল। শইচ হৰিল। হৰিল নদীৰ মাছ। কাছবোৰ কিজানি তলে তলে বগাই গৈ কলঙত পৰিলগৈ। কলঙৰপৰা কিজানি ব্ৰহ্মপুত্ৰ পাই মুক্তি পালে। সোণাইৰ উচাটন পানীত চিতল-বৰালিয়ে বহল বুকু নেদেখুৱা হল। বঙালী জালোৱাই নতুন নতুন ধৰণৰ জাল পেলাই সোণাইৰ পানী ঘোদালি পেলালে। উজানত ওলোৱা মছন্দৰীজনী পাতালত লুকাল।

সোণবৰিয়াল গাঁৱৰো সেই একেই অৱস্থা। শইচ আৰু মাছেৰে উভৈনদী গাঁওখনৰ কথা ওলালেই আগতে হাতীচুং আৰু চাকোলাঘাটৰ মানুহে দেও পাৰি উঠিছিল। কিন্তু এতিয়া সেই ৰামো নাই, অযোধ্যাও নাই। সোণবৰিয়ালৰ আগৰ কোনো পুৰুষেই কিজানি এতিয়াৰ দৰে চকাছন্দাকৈ চলিবলগীয়া নহৈছিল। আগতে বঙলা ঘৰ নাছিল, ঠিকাদাৰ নাছিল, ইংৰাজী জনা লৰা নাছিল, 'শিখিত' নাছিল; সঁচা কথা। কিন্তু সুখ আছিল, শান্তি আছিল, প্ৰত্যেকেই স্বভাৱ-কবি আছিল। ম'হৰ পিঠিত বনঘোষা-বনগীতৰ মোহনীয় আকুলতাই চন্দ্ৰাতপ তৰিছিল। দলনি-স'ৰাণি-ধাননিবপৰা ভাহি অহা বিলাপ, পয়াৰ, ডুলড়ীৰ হিয়াভেদী সুৰে মানৱী-জনমৰ সাৰ্থকতা ঘোষণা কৰিছিল। ঘৰে ঘৰে ঘোষা-কীৰ্ত্তনৰ সমলয়ে মানুহৰ আত্মাক জীপ দিছিল। বিয়ানামৰ জাউৰিয়ে নাৰীৰ মহিমা চৰাইছিল আৰু ডেকা-গাভৰুৰ মনৰ গোপন সত্যক স্বীকৃতি দিছিল। পীৰিতি আছিল সোণবৰণীয়া—সোণবৰিয়ালৰ কাণফুল যেন ফুলবোৰৰ দৰেই।

অৱশ্যে এতিয়াও সেই পীৰিতি নোহোৱা হৈ পৰা নাই। মানুহে, বছৰে বছৰে বাঢ়ি ভিৰ কৰা বহুত মানুহে, আৰু মানুহৰ বিবিধ কৌশলে, আৰু এতিয়াৰ মানুহৰ অশান্ত নিয়ম নমনা কঠিন মনবোৰে সেউজ প্ৰকৃতিক গৰকি ৰাখিব পৰা নাই। কাঠকটীয়া, কৰত আৰু কাঠকলে সোণাইপৰীয়া সেউজখিনি মচি পেলাব পৰা নাই। এতিয়াও অসন্তুষ্ট জীৱনৰ কঠোৰ সংগ্ৰামখন আহি সোণাইৰ



পাৰ ছোৱাহি নাই। এতিয়াও বিহু আহিলে গাভৰুৰ ভৰা বুকু ভাদমহীয়া সোণাইৰ দৰেই চঞ্চল হৈ পৰে। মনে বুটা বাছে। দেহে দেহক মাতে। যৌৱনে যৌৱনক বিজিয়ায়; হয়তো কোনোবা অজান ডেকা-ডেকেৰীয়ে প্ৰেমত আৰু প্ৰেমৰ মেৰপাকত—নতুন মেৰপাকত—হাবু-ডুবু খাই আঁতুৰ হৈ ভাবে—বোপা-ককাৰ দিনত সোণবৰিয়ালৰ জীৱন একেসুৰীয়া আছিল, নীতি-নিয়ম একে আছিল, মৰমৰ একেটা ধৰণ আছিল; জীৱন যেন বিলৰ সোঁত নোহোৱা পানী হে আছিল। কিন্তু সেই পানী ফটিক যেন আছিল, সেই পানীত সোণ আছিল; সেই পানীত যেন চেনিপুঠি মাছৰ চকা-মকা পিঠিবোৰ জিলিকিছিল। জীৱনৰ জকাইখনৰ চাবে চাবে যেন ৰৌ-বৰালি, চিতল-খৰীয়া, পাভ-ভাঙন উঠিছিল। কিন্তু এতিয়াৰ জীৱন একেসুৰীয়া নহয়। এই জীৱনত বছৰে বছৰে নতুন নতুন নাটক। জীৱন বহল বিল হৈ থকা নাই। বোৱঁতী সুঁতিৰ নৈ হে। এই সুঁতি ধুমুহাত টলমল হৈছে। নাও ডুবিছে, গৰাখহনীয়া হৈছে, মথাউৰি ছিগিছে। এই জীৱনত মাজতে আঁত ছিগিছে আৰু আকৌ নতুন ঠাইত আঁত লাগি গৈছে। প্ৰণয়ে শিপা মেলিছে, আকৌ হঠাতে শিপা উভালি পৰিছে। আকৌ শিপা মেলিছে, আকৌ জীপ শুহিছে, আকৌ জীয়াতু ভুগিছে। কিন্তু আগতে যি সহজ আছিল, এতিয়া সেয়া টান হৈছে। আগতে যি টান আছিল, এতিয়া সেয়া সহজ হৈছে। জীৱনৰ সোঁত অবিৰাম চলি আছে। মানুহে হাৰ মনা নাই। নতুন ঘাত-প্ৰতিঘাতে জীৱনক বেছি শিক্ষা দিছে।

আৰু সোণবৰিয়াল গাঁওখনেনো কম ঘাত-প্ৰতিঘাত সহিছে নে? পঁচিশ বছৰৰ আগৰেপৰা দুটা-এটা সমস্যা আছেই। মহাসমৰ আহিল। বহুত দূৰৈৰ মহাসমৰ। এই মহাসমৰেও সোণাইপৰীয়া মাটিত খোজ পেলাই থৈ গল। অন্নৰ নাটনি নহল যদিও বস্ত্ৰৰ হে নাটনি হল। গান্ধীৰজাৰ কথা শুনি যঁতৰ নুঘুৰোৱা হলে জীয়াৰী-বোৱাৰী আধা-নঙঠা হব লাগিলহেঁতেন। এচিকটা নিমখেৰে সুদা ভাতমুঠিও পেটলৈ ঠেলিব পাৰি। কিন্তু নিমখো পাবলৈ নোহোৱা হল, সঠ-খাৰ খাবলগীয়া হল। সোণাইৰ বুকুত নাও চলিল আৰু সেই নাৱেৰে নিমখৰ ক'লা-বজাৰ চলালে সদৰৰ ধুৰন্ধৰ বেপাৰীবোৰে। তাৰপিছত আহিল দুটাকৈ বানপানী। বানপানীয়ে ঘৰৰ চালৰ ওপৰেদি পানী কাটিলে। ৰাইজৰ নগুৰ-নাগতি অৱস্থা। তাৰপিছতেই আকৌ

'বিয়ালিচৰ আন্দোলন'। গান্ধীৰজাৰ মোহন বাঁহীৰ ধ্বনি শুনি সোণবৰিয়াল 'উত্তাৱল' হল। মেল-মিটিং বহিল, ঘৰে ঘৰে তিনি-ৰঙীয়া পতাকা উৰিল, মাইল মাইল জোৰা শোভাযাত্ৰাত সোণবৰিয়ালৰ মানুহে যোগ দিলে। যাক ইমান দিনে ভীতু বুলি ভাব হৈছিল, সিহঁতেই অসীম সাহস দেখুৱালে। সাহসীবোৰৰতো কথাই নাই। পুলিচ আৰু চিপাহীয়ে জোঁটে জোঁটে মানুহ সাঙুৰিলে। কতই বুট-জোতাৰ গোৰ খালে? লেমলেমী দলঙত চিপাহীয়ে উনৈশ জাঁই গুলী চলালে। তিনিটা মানুহ মৰিল। তাৰে এটা সোণবৰিয়ালৰ ডেকা। নাম মুহিৰাম। গকুল, হিৰাম আৰু ৰবচাজবো গাত গুলী লাগিছিল। সিহঁত এতিয়াও ঘুণীয়া হৈ আছে। সোণবৰিয়ালৰ মানুহে দুবাৰকৈ পাইকাৰী জৰিমনা ভৰিছিল। ভালেমানে জেলত দুই-তিনি বছৰ আছিল। তেতিয়াৰ-পৰাই মানুহৰ যি অৱস্থা বেয়া হল হলেই; এতিয়াও কঁকাল পোনাব পৰা নাই। অৱশ্যে চাৰি বছৰৰ আগতে পোন্ধৰ মাইল আঁতৰৰ ব্ৰহ্মপুত্ৰৰ পাৰত ডাঙৰ মথাউৰি এটা দিয়াত বানপানী বন্ধ হলত এই কেইবছৰ মানুহৰ খেতি-বাতি ভাল হৈছে। খেতিৰ পইচাৰে স্কুল-কলেজতো লৰা পঢ়ুৱাইছে। দুই-এটাই সদৰত চৰকাৰী চাকৰিও কৰিছে। গাঁৱত পঞ্চায়তো হৈছে, মাৰপিটো হৈছে। নগাঁৱৰপৰা টিঙলৈকে যিটো শিলগুটি দিয়া আলি আছে, সেই আলি সোণবৰিয়ালৰ মাজেদিয়েই গৈছে। দিনে তিনিখন বাচ চলে। মানুহে আজিকালি এটকা খৰচ কৰিয়েই এদিনৰ ভিতৰতে চহৰৰপৰা ঘূৰি আহিব পাৰে। সোণবৰিয়ালৰ পাঁচটা কেৰাণীয়ে সদায় বাচেৰেই অফিচ কৰে। মানুহৰ চহৰৰ লগত যোগাযোগ বাঢ়িছে। সেয়ে হে মানুহবোৰৰ আগতকৈ হা-হুতাশ বাঢ়িছে। ৰব বেছি ধন আকলুৱা হৈছে। কিছুমান আকৌ খেতি এৰি আলি-মহৰী হৈছে। কিছুমান সৰু সৰু ঠিকাদাৰ হৈছে। বহুতে সপোন দেখিছে—লৰাক স্কুল-কলেজ পঢ়ুৱাই হাকিম-মুনচিফ কৰাৰ। একেখন গাঁৱতে কেৰাধৰণৰ মানুহৰ সৃষ্টি হৈছে।

ডেকা চামে কৈছে—আমাৰ গাঁও আগতকৈ বহুত উন্নত হৈছে। চহৰৰ ফালে আমাৰ গাঁৱৰ কথা খুব ওলায়। মেল-মিটিং কৰি মেম্বৰ হৈ জীৱিকা উলিওৱা দুটা-এটাই কৈছে—আমাৰ গাঁও অহা পাঁচ বছৰৰ ভিতৰত হাতীচুং বা চাকোলাঘাটৰ দৰে হবই লাগিব। নহলে আমাৰ সন্মান নৰয়। পিছে সিহঁত বহুত আগবাঢ়ি গল। হাতীচুঙৰ লৰা কলেজৰ 'পফেচৰ' হৈছে, ইঞ্জিনিয়াৰ চাহাব হৈছে। চাকোলাঘাটৰ লৰা উকীল হৈছে, চব ডেপুটি হৈছে। কিন্তু বুঢ়াসকলে কৈছে—ইয়াকে জানো উন্নতি কৰা গ'লে? চব ডেপুটি, উকীল, 'পফেচৰ'কেইটা জানো গাঁৱলৈ ঘূৰি আহিছে? তহঁতে উন্নতি কৰিছোঁ বুলি ভাবিছ হয়; পিছে সুখ-শান্তিত আছ জানো? আগৰ দৰে জানো একগোট হব পাৰিছ? শঙ্কৰগুৰুৰ তিথিৰ দিনা যুৰীয়া নামঘৰ খালী থাকে কিয়? ভাওনা নহয় কিয়? আগৰ নমবোৱা গৰুৰে হাল বালেও পৰাচিত হব লাগে। এতিয়া অমুক ঠিকাদাৰ, তমুক কেৰাণী, তহুক দোকানীয়ে মদ খাই বলিয়ালি কৰে। সিহঁতক কি কৰিব পাৰিছ? গাঁৱত বহুত মানুহৰ খাবলৈ নাই। দুখীয়াবোৰ তেনেই দুখীয়া হৈ গৈছে। সিহঁতৰ জানো খবৰ ৰাখিছ? দুখীয়া মানুহৰ ডেকাবোৰ জানো এই গাঁৱৰ ডেকা নহয়? সিহঁতে জানো গাঁওখন ভাল হৈছে বুলি কব? আগতে জানো সোণবৰিয়ালত আধা-পেটীয়া হৈ থকা মানুহ আছিল?...

এৰা, সোণবৰিয়ালৰ উন্নতি হৈছে বুলি কব নোৱাৰি। ইমানকে কব পাৰি যে সোণবৰিয়ালৰ পৰিবৰ্ত্তন হৈছে। গাঁৱৰ মুখিয়াল মানুহ ভৰত শইকীয়াই ঠিকেই কয়—গাঁও কেতিয়াও একে হৈ থাকিব নোৱাৰে। আনৰ লগত তাল মিলাব নোৱাৰিলে সোণবৰিয়ালৰ মানুহ পৰৰ গোলাম হব।

কথাটো হয়। সোণবৰিয়ালৰ দুটা-এটা লৰা চহৰত বিষয়াৰ চাপ্ৰাচী হৈছেও। কেইটামানে হাতীচুঙৰ ফালে মৰকীয়াও বাইছে। কেইটামান আকৌ কেঞাৰ দোকানত সোমাইছে। এয়ে ধ্বংস হোৱাৰ লক্ষণ। এইবোৰ দেখি-শুনি ভৰত শইকীয়াৰ গা পুৰিছে। কিন্তু উপায়? উপায় তেওঁ পাইছে। সকলোৰে মূলতে হল শিক্ষা। সকলোকে সমান কৰিবলৈ হলে শিক্ষা লাগিবই। আগতে এখন মজলীয়া স্কুল আছিল। এতিয়া তাৰ কাষতে এখন হাইস্কুল হৈছে। এতিয়াও গোটেইবোৰ শ্ৰেণী হোৱা নাই। হাইস্কুল পতাৰ মূলতে হল ভৰত শইকীয়াই। গাঁৱে গাঁৱে মাহ-সৰিয়হ, ধান-মৰাপাট তুলি হাইস্কুলখন ঠন ধৰা বিধৰ কৰিবলৈ তেওঁ কম কষ্ট কৰা নাই। এসময়ত জেল খটা মানুহজনৰ আচল ব্যৱসায় হল ঠিকাদাৰি। তেওঁ সাধাৰণ ধৰণৰ ঠিকাদাৰ হে। ভালকৈ খটা হলে এতিয়ামানে চন্দ্ৰ শৰ্ম্মা বা বিজয় কলিতাৰ দৰে ডাঙৰ ঠিকাদাৰ হব পাৰিলেহেঁতেন। কিন্তু তেওঁ পেটে-ভাতে খাবলৈ হে ঠিকা কৰে। তেওঁৰ আচল চিন্তা হল গাঁওখন, তাৰপিছত হে নিজৰ ব্যৱসায়। ঘৈণীয়েকে

যেতিয়া লোকৰ কাৰণে এনেকৈ খাটি ফুৰা কি দৰকাৰ বুলি কয় তেতিয়া তেওঁ সমিধান দিয়ে—জোখতকৈ বেছি টকাৰ দৰকাৰ কি ? মাথোন অশান্তিৰ বাহ। টকা ঘটিব পাৰি। কিন্তু টকাৰেতো শ শ মানুহৰ মৰম-চেনেহ কিনিব নোৱাৰি !

এৰা, এই অঞ্চলত ভৰত শইকীয়াক নিচিনা মানুহ নাই। কোনো কোনোৱে কয়—কংগ্ৰেছত এনেকুৱা দুটা-এটা মানুহ আছে কাৰণেহে কংগ্ৰেছখন বাচি আছে। তেওঁৰ ভালেমান জাকত-জিলিকা নেতাৰ লগতো ভাল সম্পৰ্ক আছে। কিন্তু এই ক্ষমতাশালী মানুহবোৰৰপৰা তেওঁ একো সুবিধা লোৱা নাই। তেওঁ হেনো নিজৰ কাৰণে খাতিৰ কৰিবলৈ বৰ টান পায়। নিজক সৰু কৰা যেন লাগে। কোনোবাই সুবিধা লোৱাৰ কথা উলিয়ালে শইকীয়াই কয়—কি লাভ ? যিখন সমাজত ঘুণে ধৰিছে, যিখন সমাজ দিনে দিনে ক্ষয় হৈ আহিছে, সেইখন সমাজত চহকী হোৱাৰ মূল্য কি ? সেইখন সমাজত পৰৰ বাঃ বাঃ পোৱাৰনো মূল্য কি ? চন্দ্ৰ শৰ্ম্মাইঁতৰ টকাৰ বাহাদুৰি দেখিলে মোৰ হাঁহি হে উঠে। কেইদিনলৈ সিহঁতে মইমতালি দেখুৱাব ? অতি সোনকালে মানুহৰ মূল্য অন্য ধৰণৰ হৈ পৰিব।

গাঁৱৰ মানুহে ভৰত শইকীয়াৰ এনেকুৱা গহীন কথাবোৰ বুজি নেপায়। ভাবে, এওঁ মানুহ আচৰিত। সঁচাকৈয়ে ভৰত শইকীয়া আচৰিত মানুহ। ধনী নহয়, খিতাপো নাই। তথাপি তেওঁৰ ক্ষমতা আছে। অৰ্থাৎ তেওঁৰ পাছত আছে এটা শক্তিশালী জনমত। তেওঁৰ মতেই ওচৰৰ তিনি-চাৰিখন গাঁৱৰ মানুহৰ মত। এই কেইখন গাঁৱত ভৰত শইকীয়া দেৱতাৰ দৰে। ইয়াতকৈ আৰু তেওঁক কি লাগিছে ? তেওঁ আনক খাতিৰ নকৰে। কিন্তু ভোটৰ সময়ত তেওঁক যে মন্ত্ৰীয়েও খাতিৰ কৰে।

গতিকে সোণবৰিয়াল কেতিয়াও পাছ পৰি থাকিব নোৱাৰে। অলপ দিনৰ ভিতৰতে ইয়াত এটা ডাক্তৰখানা হল। এতিয়া হাইস্কুলখন পূৰ হবলৈ আৰু এটা শ্ৰেণী হে বাকী। চৰকাৰৰপৰা মাহেকীয়া মঞ্জুৰী পোৱাৰো আশা আছে।

কিন্তু এটা কথাত হে ভৰত শইকীয়াৰ মনটো মৰি আছে। অলপতে এজন স্কুল-পৰিদৰ্শক আহিছিল। তেওঁ কলেহি যে স্কুলত বি. এছ-চি. পাছ মাষ্টৰ এজন নেথাকিলে মঞ্জুৰী পোৱা টান হব। অঙ্ক শিকোৱা মাষ্টৰ নোহোৱাটো খুব বেয়া কথা হৈছে। প্ৰথমবাৰ লৰাই বিশ্ববিদ্যালয়ৰ পৰীক্ষা দিলে ফল ভাল নহবও পাৰে। তেতিয়া চৰকাৰী সাহায্য পোৱা আৰু টান হৈ পৰিব।



পৰিদৰ্শকে আচল কথাই কলে। শইকীয়া চিন্তাত পৰিল। বি. এছ-চি. পাছ মাষ্টৰ এজন আছিল। তেওঁ এমাহ থাকিয়েই গুচি গল। জাঁজৰিৰ হেড্‌মাষ্টৰে কোৱা কথাই সঁচা। বেচৰকাৰী হাইস্কুলবোৰ বহুত ডেকা লৰাৰ জিৰণিৰ ঠাই হে।

তেওঁ কথাবোৰ দকৈ ভাবি চালে। সোণবৰিয়ালৰ মাজেদি শিলগুটি দিয়া গড়কাপ্তানি বিভাগৰ আলিটো আছে যদিও এতিয়াও ঠাইখন আঁতৰত জনাজাত নহয়। চহৰৰপৰা দহ মাইল নিলগত যদিও সোণবৰিয়াল আওহতীয়া গাঁও। নাম শুনিলেই শিক্ষিত লৰাবোৰে চাগৈ অতিঃ ঘোঁকোট গাঁও বুলি ভাবে। বোধহয় শিক্ষিত লৰাবোৰে ইয়াত থাকি অসুবিধা পায়। ইয়ানতেই আধুনিক শিক্ষাৰ দোষ। এই শিক্ষাই বহুতক বিলাসী কৰে, স্বাৰ্থপৰ কৰে, আৰামপ্ৰিয় কৰে, চহৰৰ প্ৰতি মোহ বঢ়ায়। গাঁৱৰ লৰাকো গাঁৱৰ প্ৰতি উদাসীন কৰে। সেই কাৰণেই বি. এ. পাছ মাষ্টৰ আহি অতি বেছি ছমাহ হে থাকে। সোণবৰিয়ালৰ লৰা এটাই বি এ. পাছ কৰিছে। তাক হেড্‌মাষ্টৰ কৰিবলৈ সকলো বাইজৰ একান্ত ইচ্ছা আছিল আৰু সিও থাকিব বুলি সকলোৱে আশা কৰিছিল। কিন্তু আশাৰ মূৰত চেঁচা পানী পৰিল। সি আবকাৰী পৰিদৰ্শকৰ কাম লৈ গুৱাহাটী পালেগৈ। অৱশ্যে এতিয়াৰ হেড্‌মাষ্টৰজন ভাল। নলবাৰীৰ ফালৰ মানুহ। তেওঁ ব্যতিক্ৰম। গাঁৱৰ মানুহ হৈ গাঁৱক ভাল পায়। সেই-ফালে হেনো গাঁৱে গাঁৱে বি. এ. পাছ মানুহ বহুত আছে। শইকীয়াৰ সেইবোৰ গাঁৱলৈ ঈৰ্ষা হয়। সোণবৰিয়ালোতো এদিন তেনে এখন গাঁও হব পাৰে ! তেওঁ সপোন দেখে। জেদ বাঢ়ি যায়। চাকোলাঘাট, কুঁজীদাহ, জাঁজৰি আৰু বেবেজীয়াত হাইস্কুল হব পাৰে, আৰু সোণবৰিয়ালত হব নোৱাৰে নে ?

পৰিদৰ্শকৰ কথা শুনি তেওঁ কিছুমান মানুহ গোটালে আৰু বি.-এছ-চি. পাছ মাষ্টৰ বিচাৰি বাতৰি কাকতত বিজ্ঞাপন দিলে। বিজ্ঞাপন ওলাল। দৰখাস্ত দিয়াৰ শেষ তাৰিখ পাৰ হবলৈ আৰু আঠ দিন বাকী। কিন্তু আজিলৈকে এখন দৰখাস্তও পৰা নাই। তেওঁ বৰ বিমোৰত পৰি গল। কিন্তু সেইদিনাই তেওঁৰ ওচৰত এটা ডেকা হাজিৰ হলহি। শইকীয়াই ডেকাক তন্ন-তন্নকৈ চালে আৰু বৰ সন্তোষ পালে। ডেকাৰ নাম মুৰুলী বৰা। ঘৰো সোণবৰিয়ালৰ-পৰা বেছি আঁতৰত নহয়। বাৰ মাইল দূৰৰ। সোণাইৰ সিপাৰৰ শিলজুপুৰিৰ। পোছাক-পাতি পৰিষ্কাৰ যদিও সি তেওঁ দেখা বি. এ পাছবোৰৰ দৰে নহয়। তাক

দেখিলে বেছি শিক্ষিত যেন নেলাগেও। গাৰ ৰং মিঠাবৰণীয়া। পিন্ধে ব'দে চেলেকা। পিন্ধিছে শালত বোৱা ধুতী এখন আৰু সাধাৰণ কাপোৰৰ হাফ্ চার্ট এটা। ভৰিৰ চেণ্ডেলযোৰ নিচেই সাধাৰণ ধৰণৰ। হাতত ঘড়ী নাই। সি উঠি অহা চাইকেলখন পুৰণি, মাজে মাজে ৰং এৰাই যোৱা। মুখৰ গঢ় ধুনীয়া আৰু হেলনীয়া চকুহালি মোহ লগা আৰু স্বাস্থ্য অটুট; যদিও, তাক দেখিলে ভাব হয় সি যেন দুখত উঠা লৰা। দেখিলে বয়স অনুমান কৰিব নোৱাৰি যদিও ত্ৰিশৰ কম হব যেন লাগে। কিন্তু পঁচিশ বছৰ বুলি কলেও অবিশ্বাস নহব। এই বয়সতে তাৰ কপালত দুডাল আঁক বহিছে। দুচকুৰ দুকোণেও এডাল এডাল আঁক। সেই কেইডাল যেন আঁক নহয়, দুখ-দাৰিদ্ৰ্যৰ চিন হে।

সি দুপৰতে শইকীয়াৰ ঘৰ পালেহি। তাক লক্ষ্য কৰি শইকীয়া মোহ গল। ভাবিলে, এনে মানুহকেই আমাৰ দৰকাৰ। তাৰ খোজ-কাটল গহীন। ব্যৱহাৰো নম্ৰ। কথাও ধীৰে-সুস্থিৰে কয়। সি নিজৰ পৰিচয় দিয়াৰ পিছত তেওঁ আৰু আচৰিত হল। হাততে যেন সৰগৰ মুকুতা বিচাৰি পালে। স্কুল পৰিদৰ্শকে কৈছিল যে বি. এছ্.-চি. পাছ মানুহ নেপালে আই. এছ্.-চি., বি এ পাছ মানুহ পালেও হব।

চাহ-জলপান খোৱাৰ পিছত মুকুলী বৰাই শইকীয়াৰ হাতত দৰখাস্তখন দিলে। বেয়া পায় বুলি শইকীয়াই তাৰ আগত দৰখাস্তখন নপঢ়িলে। সি কলে, "মই আগতীয়াকৈ এটা কথা জনাবলৈ আহিলোঁ। ইয়াত থাকিবলৈ ঘৰ এটা নেপালে মই কাম কৰিব নোৱাৰিম। সোণাইখন সদায় পাৰ হৈ অহা-যোৱা কৰা বিপদ।"

"আমি আঁতৰৰ মানুহ বিচাৰিছোঁ যেতিয়া থকাৰ বন্দৱস্ত যে কৰিব লাগিব, এই কথা আগতেই ভাবি লৈছোঁ। আপোনাৰ কোনো চিন্তা নাই। থকাৰ বন্দৱস্ত হৈ যাব। পিছে, কথা এটা। আৰু আঠ দিন সময় আছে। বি এছ্-চি পাছ মানুহ এজনৰপৰা কিজানি দৰখাস্ত আহেই।"

"বোধকৰোঁ নাহিব। কাৰণ, যাৰ চাকৰি নাই তেওঁ চাকৰিৰ উৱাদিহ পালে অকণো পলম নকৰে। এই বিশ দিনৰ ভিতৰত দৰখাস্ত নপৰিল যেতিয়া আৰু দৰখাস্ত নাহে।"

"এৰা, ময়ো তেনে বুলিয়েই ভাবিছোঁ।"



"আৰু এটা কথা। মাজে মাজে মোক বিচাৰি গাঁৱৰপৰা মানুহ আহিব। সিহঁতে হয়তো এনেয়ে নাহে। বিপদত পৰি হে আহিব। তেতিয়া মই ঘৰলৈ যাব লাগিব। তেতিয়া হয়তো দুই-তিনি দিনলৈ নাহিবও পাৰোঁ। গতিকে এতিয়াই কৈ লৈছোঁ, মোক ৰখাৰ আগতে যাতে এইবোৰ কথাও বিবেচনা কৰে। নহলে পাছত আপোনালোকে মোক বেয়া পাব।"

"আপোনাৰ গাঁৱৰ লগত তেনেহলে খুব ভাল সম্পৰ্ক আছে ?"

"এতিয়ালৈকে আছে। পিছত কি হয় কব নোৱাৰোঁ। সিহঁতক এৰি মই আন ঠাইত চাকৰি কৰাৰ কথা ভাবিবই নোৱাৰোঁ।"

ইয়াকে শুনি শইকীয়াই মনে মনে ভাল পালে। তেৰোঁ নিজৰ গাঁওখন এৰিব নোৱাৰে। মুকুলী বৰাৰ লগত তেওঁৰো কিজানি কোনোবাথিনিত মিল আছে।

মুকুলী বৰা গলগৈ। সি যোৱাৰ পিছত তেওঁ দৰখাস্তখন পঢ়িলে। সি সঁচাকৈয়ে চোকা লৰা। মেট্ৰিকত বিশ্ববিদ্যালয়ত চতুৰ্থ স্থান অধিকাৰ কৰিছিল। আই.এছ্-চি.তো পঞ্চম। বি. এ.ত অৰ্থনীতিৰ অনাৰ্চত দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈছে। তেওঁ বাৰে বাৰে ভাবিলে—এনে বিচক্ষণ লৰা এটাই গাঁৱৰ স্কুলত সোমাবলৈ বিচাৰিছে কিয় ? এনে লৰাই ইঞ্জিনিয়াৰিং নপঢ়ি এইবোৰ পঢ়িলে কিয় ? নিজৰ গাঁওখনৰ কথা বাদ দি আন একো ভাবিব নোৱাৰে বুলি কলে কিয় ? আৰু, সি নিজৰ বিষয়ে যহাই ফুৰা মানুহো নহয়। সি তেওঁক পহিলাতে লগ পায়েই মুখে মুখে নিজৰ ছাত্ৰ-জীৱনৰ কৃতিত্বৰ কথা উনুকিয়াব পাৰিলেহেঁতেন। কিন্তু সেই বিষয়ে সি সচেতন বুলিও তেওঁৰ ভাব নহল। মুকুলী বৰাক তেওঁৰ মানত সাঁথৰ যেন হে লাগিল।

পঞ্চমী পাছ-চোতালত মূঢ়া এটাত বহি আছিল। তেওঁ উলাহতে চিঞৰি উঠিল, "পঞ্চমী ! অ' পঞ্চমী !" "কি হল খুৰাদেউ" বুলি কৈ তাই ওচৰতে থিয় দিলেহি। তেওঁ কলে, "পঢ়চোন এইখন ! জপুৰা হাবিতো বাঘ থাকে। শিলজুপুৰিৰ দৰে ঠাইতো এনে মানুহ ওপজে ?"

তাই পঢ়িলে। কিন্তু বিশেষ কৌতূহল নেদেখুৱালে। তাই কলে, "এখেতক মই চিনি পাওঁ। পিছে মোক হলে চিনি নেপায়। চহৰৰ প্ৰায় মানুহেই এখেতক চিনি পায়। পঢ়া-শুনাত ভাল বুলিয়েই নহয়, এখেত কলেজত থাকোঁতে ছাত্ৰ-ছাত্ৰীৰ নেতা আছিল। আমি হাইস্কুলত থাকিও এখেতৰ কথা শুনিছিলোঁ।"

"হয় নেকি? পার্টি-চার্টি কৰিছিল নেকি?"

"বোধকৰোঁ নাই কৰা। তেখেতে ছাত্ৰৰ হকেই খাটিছিল।"

"তই তেনেহলে বহুত কথাই জান। বাৰু কচোন, এওঁৰ ঘৰ ক'ত?"

"ঘৰ ক'ত কব নোৱাৰোঁ। কিন্তু গাঁৱৰ লৰা বুলি জানো। শিলজুপুৰিত ঘৰ বুলি এই দৰখাস্তখনৰপৰা হে জানিলোঁ।"

"এওঁ বাৰু আমাৰ স্কুলত সোমালে কেনে হব?"

"কিজানি ভাল হব!"

"কিজানি ভাল হব? কিজানি বুলি কলি কিয়?"

"এনেকুৱা মানুহ জানো বেছি দিন আমাৰ স্কুলত থাকিব?"

"এৰা, অভিলাষ বৰ আচৰিত বস্তু। অভিলাষে মানুহক অস্থিৰ কৰে। শিক্ষিতৰ অভিলাষ আৰু সুকীয়া। এই অভিলাষৰ লগত গঞা জীৱনৰ কোনো সম্পৰ্ক নাই।"

এইবুলি কোৱাৰ লগে লগে ভৱত শইকীয়াৰ আৰু এটা প্ৰশ্ন মনলৈ আহিল—তাৰ বাৰু ঘৰত কোন কোন আছে?



## ॥ দুই ॥

ভৱত শইকীয়াৰ ঘৰটো ঠিকাদাৰৰ ঘৰ যেন নেলাগে। ভঁৰাল আৰু খেৰ-ঘৰকে ধৰি আটাইকেইটা ঘৰ অসমীয়া ধৰণৰ। কাঠৰ চ'তি আৰু ফেঁকাম দিয়া খেৰৰ চ'ৰা-ঘৰটোৰ দুকাষে দুটা দীঘল দুচলীয়া খেৰী ঘৰ আছে। ঘৰটো দক্ষিণমুখী। আগ-চোতালৰ পূবকাষে এটা দুখুঁটলীয়া ঘৰ আছে। ৰাজহুৱা কামত থকা মানুহৰ এনে এটা ঘৰৰ বৰ প্ৰয়োজন। একে লগৰ মানুহ কেতিয়াবা ৰাতি ৰৈ গলে ইয়াতে থাকে। কেইমাহমান এইটো ঘৰৰ ব্যৱহাৰ হোৱা নাই। সম্প্ৰতি মাহ-সৰিয়হ, চেৰেকী-উঘা, ধানৰ ডুলি, বটল, টেমা, বৰটি ছিগা খোল আদিৰে একঁঠু হৈ আছে। পঞ্চমীৰ মাক গুণীতৰাই ঘৰটো পৰিষ্কাৰ কৰিবলৈ সাদিনমানৰপৰা কৈ আছে। তাত বোলে এখন তাঁতৰ শাল বহুৱাব লাগে। ছোৱালীয়ে চহৰত থাকি 'মেট্ৰিক' দি আহিলে কি হব? গাঁৱৰ ছোৱালী বোৱা-কটা নজনা থুপৰী হৈ থাকিলে এদিন পৰৰ গালি-শপনি শুনিবলৈ হে আছে।

কিন্তু হঠাতে গাঁৱৰ লৰা চাৰিটামান লৈ ভৱত শইকীয়াই বাহিৰৰ এই আলহী-ঘৰটো পৰিষ্কাৰ কৰা দেখি গুণীতৰা, পঞ্চমী আৰু আনকি শইকীয়াৰ পত্নী সুভদ্ৰাও আচৰিত হল। আকৌ 'ইলিক্‌চন' আহিল নেকি? সিবাৰ 'ইলিক্‌চন'ত এইটোকে 'আপিচ্ ঘৰ' কৰা হৈছিল। পিছে দুপৰীয়া ভাতৰ পাতত বহি শইকীয়াই ভাত-চৰু ঘৰত, দুৱাৰৰ কাণত আৰু কাঁহী-বাটিৰ ওচৰত নিজ নিজ কামত লাগি থকা তিৰোতা জাতিটোক শুনাই কলে, "বাহিৰৰ ঘৰটোত আজি বা কালিলৈৰ ভিতৰতে টেবুল-চকী সজাই থব লাগিব। বঙা-লাউ ৰখা খাটখন আজৰাই তাত ভালকৈ পাৰি থব লাগিব।"

পঞ্চমীৰ কৌতূহল হল। সুধিলে, "তাত কোনোবা থাকিব ?"

তেওঁ কলে, "নতুন মাষ্টৰ আহিলে তাতে ৰখা হব।"

"আহিল জানো ?"

"আহিব দুই-এদিনতে।"

"বি. এছ-চি. মাষ্টৰ পালে জানো ?"

"এটাই দৰখাস্ত কৰিছিল। কিন্তু তাক দৰমহা লাগে তিনিশ। কোনোবা নবাবৰ পুতেক যেন হে পাইছোঁ। হাকিম এটাই পায় আঢ়েশ, আৰু তাক—নবাবৰ পুতেকক—লাগে তিনি শ। সি কিথন পঢ়ুৱাব এতিয়াই বুজি পাইছোঁ।"

"তেনেহলে মুকলী বৰা আহিব ?"

"অঁ, পৰহিলৈকে অহাৰ কথা।"

এইবুলি কৈয়ে শইকীয়াই পঞ্চমীৰ মুখলৈ চালে। তাই খীনাইছে। চকুহাল নিশকতীয়া। গা ধুই নিকা কানি-কাপোৰ পিন্ধিছে যদিও আগৰ দৰে পৰিপাটি হৈ থকা নাই। পঞ্চমীক এই অৱস্থাত যদি কোনোবা ভাওনাবলিয়া ডেকাই দেখা পায়, তেনেহলে তাৰ একুট গীত মনত পৰিব—'বিৰহে দহন চিত্ত, আকুল কিঞ্চিত, মানস-মদন বিগাৰি··· ।'

"তোৰ কি হৈছে, পঞ্চমী ? আমি গাঁৱত থোৱা বস্তুৰে সুজা নাই ?" শইকীয়াৰ পঞ্চমীলৈ বৰ মৰম। সেয়ে হে তাইক মন মাৰি থকা দেখিলে সদায় খোৱা-বোৱা, পিন্ধা-উৰাৰ কথা সোধে। পঞ্চমীয়ে উত্তৰ দিবলৈ নৌ-পাওঁতেই খুৰীয়েক সুভদ্ৰাই মাত লগালে, "কালি তাই জিলাৰ লগৰী এজনীৰপৰা চিঠি এখন পাইছে। আজি হেনো সিহঁতৰ পৰীক্ষাৰ খবৰ ওলোৱাৰ কথা। কাইলৈ হেনো খবৰ-কাগজত খবৰ আহিবই। সেয়েহে তাইৰ চিন্তাত ৰাতি টোপনি অহা নাই। কালি গোটেই ৰাতিটো ছটফটাই আছে।"

ভাত দুগৰাহ বাকী আছিল। তাৰে এগৰাহ মুখত ভৰাই শইকীয়া খোৱা-পাতৰপৰা উঠিল আৰু মুখধোৱা চৰিয়াটোৰ কাষ পালেগৈ। মুখত এমোকোৰা পানী ভৰাই ভিতৰত লৰফৰ কৰি চৰিয়াত উকুলিয়াই পেলালে আৰু বাঁওহাতখন পাছফালে মেলি দি কলে, "চাওঁ, চালৰপৰা খৰিকা এডাল আনি দেচোন।"

এডিঙিমান ওখ নাওৰাখনৰ লগালগি হৈ থকা চালৰ মূৰ এটাৰপৰা সৰণ খেৰ দুডাল আঁজুৰি আনি আৰু ছিঙি সৰু কৰি পঞ্চমীয়ে তেওঁৰ হাতত



দিলে। শইকীয়াই সুধিলে, "তেনেহলে কাইলৈ খবৰ-কাগজত তইঁতৰ খবৰ ওলাবই ?"

"ওলাব। আজি টাউনত ওলাব। টেলিগ্ৰাম অফিচত সকলোৱে খবৰ আহে।"

"তোক খবৰ আজিয়েই লাগে নে, কাইলৈ লাগে ?" তাইক অলপ খং উঠাবলৈকে তেওঁ আকৌ কলে, "অৱশ্যে চ'থাদিনালৈ পালেও হব। নহয় জানো ? ডাক্তৰৰ খবৰ-কাগজখন ডাকত আহে। দুদিনৰ পিছত পায়হি।"

পঞ্চমীয়ে খুৰায়েকৰ মতলবটো বুজি পাই মনে মনে থাকিল। তাইৰ ওঁঠ দুটা একে ঠাইতে আছে, কিন্তু চকু দুটাই হাঁহিছে। খুৰীয়েক সুভদ্ৰাই সেয়ে হে মাত লগালে, "নেলাগে ভাওতি-ভুঙুতাথন কৰিব! আজিয়েই জিলালৈ যাওক। 'টেলিগ্ৰাম্-চেলিগ্ৰাম'তে খবৰ কৰকগৈ। কাইলৈ খবৰ পাবলগীয়া হলে তাইৰ আজি ৰাতিও টোপনি নাহিব।"

শইকীয়াক অলপ পৰ গুণা-গঁথা কৰি থকা দেখা হল। সেইকাৰণে মাক গুণীতৰাই সুধিলে, "তোমাৰ আন কিবা কাম আছিল নেকি ?"

"উদৰীলৈ গাড়ী দুখন পুৰাই পঠিয়াই দিছোঁ। সৰণ খেৰ আনিব লাগে। বাৰু, কোনো কথা নাই। ৰুদ্ৰেশ্বৰক পঠিয়াই দিম। মোৰোতো মনটো খু-দুৰাই আছে! আজিয়েই খবৰ আনিব লাগিব।"

ইয়াকে কৈ শইকীয়াই পোছাক পিন্ধিলে আৰু ডাঙৰ পুতেক শৰতৰ চাইকেলখন চোতাললৈ উলিয়াবলৈ কলে। শইকীয়াই আকৌ চিঞৰিলে, "পঞ্চমী! অ' পঞ্চমী!" পঞ্চমীয়ে লৰি-ঢাপৰি আহি সুধিলে, "কি হল ?"

"তোৰ ৰোল নম্বৰ কি ?"

"এফ্ চেভেন্টি ফ'ৰ্।"

"কাগজ এটুকুৰাত লিখি দে।"

কাগজটুকুৰা বুকুৰ জেপত ভৰাই শইকীয়াই কলে, "ভগৱানৰ নাম লৈ থাক—যদি হে পৰীক্ষা বেয়াকৈ লিখি থৈ আহিছ। ভালকৈ লিখিছ যদি তাল-বেতাল, মাৰীচ-সুবাহু, ৰাৱণ-দুঃশাসনৰ নাম ললেও হানি নাই। মই খবৰ আনিবলৈ যাম যেতিয়া তোৰ খবৰ ভাল নহৈ পাৰে নে ?"

পঞ্চমীয়ে হাঁহিলে। 'ৰাম' বুলি বাঁও ভৰিখন এডাল পেদেলত পেলাই 'কৃষ্ণ' বুলি উফাল মাৰি উঠি ভৰত শইকীয়া চহৰলৈ ওলাল। দহ মাইল দূৰৈৰ চহৰলৈ।

## ॥ তিনি ॥

বাপেক যোৱাৰ পিছত শৰত আৰু কনকে—এটাই পঞ্চমীৰ হাত এখন আঁজুৰি আৰু এটাই চাদৰৰ কোণটো টানি পঞ্চমীক অমুৰি কৰিবলৈ ধৰিলে। সিহঁতে কুটুৰি কুটুৰি তাইৰ পাছত লাগি থাকিল। সিহঁতৰ মুখত মাথোন এটা কথা—বাইদেউ, পাছ কৰিলে তই আমাক কি দিবি?

শইকীয়াৰ সন্তান মাথোন এই দুটা হে। শৰত ওপজাৰ সময়ত মাকে খুব কষ্ট খালে। মানুহজনী মৰাৰপৰা হে বাচিল। মটৰেৰে চহৰৰপৰা ডাক্তৰ অনাবলগীয়া হল। কনক ওপজোঁতে আৰু বেছি কষ্ট হল। মানুহজনী দুদিন ডেডাউৰি পাৰি আছিল। ভাগ্যে শবৰী মুচিয়াৰণী আছিল কাৰণে হে। তাই হাতেৰে পেটৰ ভিতৰৰপৰা সন্তানটো বাজ কৰিলে। তেহে মানুহজনী ৰক্ষা পৰিল। কিন্তু তেতিয়াই সুভদ্ৰাৰ জৰায়ুত বিঘিনি ঘটিল আৰু পিছত লৰা-ছোৱালী নহল। সেইকাৰণে ভৰত বা সুভদ্ৰাৰ মনত দুখ নাই। এই দুটাই আঁটিব বুলি ভাবে। ছোৱালী এজনী পাবলৈ আকাঙ্ক্ষা থাকিলহেঁতেন—যদি হে পঞ্চমী নেথাকিলহেঁতেন। সেয়েহে পঞ্চমী সকলোৰে আদৰৰ। তাই যেন গুীতৰা আৰু সুভদ্ৰাৰ যুটীয়া সন্তান। ভৰত শইকীয়াইতো পঞ্চমী বুলিলে পৰি মৰে।

শৰত আৰু কনকৰ পঞ্চমী বাইদেউ থাকিলে ঘৰখনত উছৰ হোৱা যেন লাগে। এতিয়া সিহঁতৰ লৰামতীয়া দস্তৰ দেখি পঞ্চমীয়ে বৰ আমোদ পালে। তাই কলে, "মোক পাছ কৰিবলৈ খাট আকোঁ। যদি পাছ কৰোঁ তেনেহলে তহঁতক দুটা ধুনীয়া চুৰেটাৰ গুঁঠি দিম। ফেল কৰিলে কিন্তু তহঁতৰ পিঠিৰ ছাল ছিঙিম।"



"কিয়নো ফেল কৰিবি? তইতো কেতিয়াও ফেল কৰা নাই!" শৰতে কলে।

পঞ্চমীয়ে একো নেমাতিলে। তাইৰ মাথোন এটা ভাবনা। পৰীক্ষাৰ খবৰ যদি বেয়া হয়, তেনেহলে আটাইতকৈ বেছি দুখ পাব খুৰায়েকে। এই অঞ্চলত ছোৱালী পঢ়ুৱাৰ কোনো সুবিধা নাই। সেই কাৰণে খুৰায়েকে তাইক পাঠশালা পাছ কৰাৰ পিছৰেপৰা চহৰত থলে। কাৰণ, চহৰৰ ছোৱালী হাইস্কুলত ছাত্ৰীৰ হোষ্টেল আছে। তাইৰ কাৰণে খুৰাকে বহুত পইচা খৰচ কৰিলে। ইমান সুবিধা পোৱাৰ পিছতো তাই পৰীক্ষা বেয়া কৰিলে (অৰ্থাৎ কোনোমতে পাছ কৰিলেও) সকলোৱেই মৰ্মান্তিক শোক পাব। মাকে ভাবিব—ছোৱালীৰ দায়িত্বজ্ঞান নাই। খুৰীয়েকে ভাবিব—ছোৱালীজনী ঘৰত হে শোট-মোচ খাই থাকে, টাউনত পখিলী—চৈলাং বৈলাং। খুৰায়েকে ভাবিব—তাইৰ দেখাত হে চোকা চোকা চেহেৰা, মগজটো ভোটা।

তাই ভাবে, তাইক কিজানি সৰুৰেপৰা টাউনত থৈ এওঁলোকে অপকাৰ হে কৰিলে। গাঁও তাই বেয়া নেপায়। কিন্তু ইয়াত মন নবহে, থাকিবলৈ অসুবিধা পায়। ইয়াত তাইৰ সমনীয়া ছোৱালীবোৰৰ কথা-বতৰাত নিজৰ মনটো মিলাব নোৱাৰে। সিহঁতেও কিজানি তাইক পেটে পেটে ভাল নেপায়। কাৰণ, তাই সিহঁতকৈ সুকীয়া আৰু ভৱিষ্যৎটোও কিজানি সুকীয়া। এই জীৱনত মাকৰ আচল মৰম আছে। মাকৰ মুখখনলৈ চাই তাইৰ ব্যতিক্ৰম জন্ম-বৃত্তান্তৰ দুখ পাতলাব পাৰে। মাকৰ একমাত্ৰ আশা-ভাৰসাৰ থল হিচাপে, খুৰায়েক-খুৰীয়েকৰ আদৰৰ ধন হিচাপে, তাই আপোন অস্তিত্বৰ গৌৰৱ অনুভৱ কৰিব পাৰে; নিজে নিঠৰুৱা নহয় বুলি ভাবি সুখী আৰু সঙ্কটশূন্য ভৱিষ্যতৰ কল্পনা কৰিব পাৰে। কিন্তু থাকি থাকি আমনি লাগি হে মনটো বিদ্ৰোহী হৈ পৰে। ভাব হয়, তাই যেন ধেনুভিৰীয়াকৈ জাক বান্ধি উৰি যোৱা শৰালিবোৰৰ লগত মিলি যাব, ম'হৰ পিঠিত উঠি পোথা মেলা বাওধানৰ মাজে মাজে ডাউক চৰাই বিচাৰি ফুৰিব, ধান-পাতৰ কঁপনিৰ সমলয়ত মুক্ত কণ্ঠে গীত গাব, আবেলিৰ বিধ বিধ ৰঙৰ ডাৱৰৰ লগত উৰি ফুৰিব, সোণাইৰ পাৰৰ আজাৰ-সোণাৰুৰ ফুলবোৰৰ লগত মনৰ কথা শুনিব, সোণাইৰ জিকিমিকি সোঁতে সোঁতে জলকুঁৱৰী হৈ উটি-ভাহি ফুৰিব! কাৰণ, এই জীৱন নিতান্ত গতানুগতিক। অন্ততঃ তাইৰ কাৰণে। একেবোৰ মানুহে একেবোৰ কথাকে পাতে। একে ঘটনাৰে

পুনৰাবৃত্তি হয়। একে জীৱনধাৰাৰে মানুহ আগুৱাই গৈ ডেকা-গাভৰু হয়, স্বামী-স্ত্ৰী হয়, পিতা-মাতা হয়, বুঢ়া-বুঢ়ী হয়। একে সংস্কাৰ, একে অভিলাষ, একে ধাৰণা, একে দৰ্শন! সকলো নিশ্চল—দুপৰৰ আলিবাটটোৰ দৰেই।

পঞ্চমীৰ অনুভূতি বেছি তীব্ৰ হৈ পৰিছে। তাই এইবাৰ মেট্ৰিক দিছে যদিও বিশ বছৰ বয়স কাতি মাহতে পাৰ হৈ গল। তাই পলমকৈ পঢ়িছিল। তাই আঠ বছৰত ভৰি দিওঁতে হে সোণবৰিয়ালত প্ৰথম পাঠশালা স্কুলখন হৈছিল। এতিয়া একৈশত ভৰি দিয়া গাভৰু পঞ্চমীয়ে ভাবে—গাঁওক যিমানেই শান্তিৰ শেতেলি বুলি কবিয়ে নকওক লাগে, এতিয়াৰ গাঁও শঙ্কৰগুৰু বা গোপাল আতাৰ দিনৰ গাঁও নহয়। গাঁৱে উদ্যোগী মানুহৰ নেওচা খাইছে। দাৰিদ্ৰ্যই গাঁৱক মৰামুৰা কৰিছে। সোণাইৰ পানীৰ গতি আছে, গাঁৱৰ গতি নাই। গীতিময় আৰু গতিময় সোণাইৰ প্ৰাণ আছে, দুৰ্গতিময় আৰু গতিশূন্য সোণবৰিয়ালৰ প্ৰাণ নাই। একে ঠাইতে ৰৈ থকাকে বোলে মৃত্যু। জীৱনৰ সঁহাৰি বিচাৰি পোৱা যায় চলমান অৱস্থাত হে।

হোষ্টেলত থাকোঁতে যমুনামুখৰ মৌজাদাৰৰ জীয়েক সঞ্চিতাই ঠিকেই কৈছিল—পঞ্চমী, মই ঘৰত থাকি বৰ 'ডাল' পাওঁ। কিজানি তয়ো। গাঁৱত থাকি আমনি নেলাগিবলৈ হলে দুটা কাম কৰিব লাগিব। হয় ভুঁই ৰোৱা, ধান কটা, ধান বনা, কাপোৰ ধোৱা আদি কাম কৰি দেহটো ভাগৰাই পেলাব লাগিব নাইবা অসৎ কালটোত 'ইন্‌টাৰেষ্ট' লব লাগিব আৰু নিজে তাত জেঁট খাই পৰিব লাগিব। কিছুমান ছোৱালীৰ যে বা-বদনাম হয়, তাৰ কাৰণ এয়ে নহয় যে সিহঁত দুষ্ট। আমনি লাগি হে কিবা এটা কৰি পেলায়।

এইবুলি কৈ সঞ্চিতাই দুষ্টালিৰে হাঁহি পেলায়। হাঁহিলে তাইৰ দুগালে দুটা টোল পৰে। তেতিয়া তাইক সঁচাকৈয়ে দুষ্ট যেন লাগে। অৱশ্যে তায়ো কম নহয়। যমুনামুখত তাইৰ দুটামান 'দাদা' আছে। পিছে একো অঘটন ঘটিবলৈ পোৱা নাই। মাক বৰ কাৰা। তথাপি গাঁৱৰ আমনি লগা সময়বোৰ তেনেকৈয়ে পাৰ হৈ যায়।

পৰীক্ষা দি পঞ্চমী তিনি মাহ এঘাৰ দিন ঘৰত আছে। এইখিনি সময়েই নেথায় নুপুৰায় লাগিছে। হয়তো গোটেই জীয়াৰী কালটোৱেই ইয়াত থাকিব লাগিব—এনেকৈয়ে; ঘৰুৱা কাম কৰি, একাঁঠু আদৰত থাকি, প্ৰেমৰ চঞ্চলতা অনুভৱ নকৰি, প্ৰতি বসন্ততে অজান পুলকত উত্ৰাৱল হৈ হৈ!



ছোৱালীজনীৰ পৰীক্ষাৰ খবৰ ওলাব বুলি গম পাই মাক গুণীতৰাৰ আনন্দও লাগিছে আৰু পুৰণি সোঁৱৰণে মনটো উগুল-থুগুল লগাইছে। কত কষ্ট আৰু দুখৰ দিনৰ পিছত হে আজি তাই প্ৰথম সুখৰ বাতৰি শুনিব; মেট্ৰিক পাছ কৰি জীয়াৰী নিজৰ ভৰিত নিজে থিয় হব পৰা হব। আনৰ চকুত পৰিব। উপযুক্ত ডেকাৰ লগত সংসাৰ কৰিব পাৰিব। সময়ত সন্তানৰ মুখ দেখিব। সতি-সন্ততিৰে সুখ-শান্তিত জীৱনটো কটাব। জীৱন সাৰ্থক হব। এইটোতো মাকৰ কাৰণে কম সুখৰ কথা নহয়! নিজৰ যে মানসিক সুখ বুলি বস্তু এটা থাকিব পাৰে, সেই কথা গুণীতৰাই পাহৰিয়েই গৈছে। নিৰ্লিপ্ত হৈ লোকৰ সুখত পমি গৈছে। শান্তি বিচাৰিছে—ধৰ্ম্মত, ঈশ্বৰ-ভাৱনাত। লোকৰ ভাল দেখি আনন্দ পাবলৈ শিকিছে। লোকক আপোন কৰিবলৈ শিকিছে। পঞ্চমীক লৈ সপোন ৰচিছে।

তাই কি পালে? এতিয়া জীৱনটোলৈ উভতি চাই তাই শিয়ৰি উঠে। তাই ভাল বংশৰ ছোৱালী আছিল। তাইৰ সকলো আছিল—হিয়া বাউল কৰা বয়সটো, এশ এবুৰি আশা, অদমনীয় দেহ-সুৰভি, পৰীৰ দৰে ৰূপ, মাক-বাপেক, ককায়েক-ভায়েক—সকলো। উপযুক্ত বয়সত বিয়া দিছিল অতি উপযুক্ত ডেকা এটালৈ—পঞ্চমীৰ বাপেকলৈ। তেওঁ আছিল সাতোটা লাটৰ ওপৰত কাননগো। সেয়ে নহয়। তেওঁৰ কথা ওলালে এতিয়াও তাইৰথন গাঁৱৰ মানুহে ইস্ ইস্ কৰে। কেনে যে দেৱতা যেন চেহেৰা আছিল। বিয়াৰ ৰাতিৰ কথা এতিয়াও দুই-এগৰাকী বুঢ়ীয়ে কৈ বেজাৰ কৰে। দৰা যেতিয়া কল-পুলিৰ তলত আছিল, তেতিয়া ৰাইজে গোটেই মুখখন দেখা পোৱা নাছিল। কাৰণ, লাজ লাজ ভাব লৈ দৰাই মুখত হাঁচতি লৈ আছিল। কিন্তু যেতিয়া দৰা হোমৰ গুৰিত থিয় হল আৰু অলপ পিছতে বামুণৰ নিৰ্দ্দেশমতে পূজা কৰিবলৈ দুইখন হাত মেলিলে, তেতিয়া হে সকলোৱে গোটেই চেহেৰাটো দেখি মোহ গল। ৰূপ দেখি বিয়া-ঘৰৰ মানুহ যেন অবাক হল। লগে লগেই কইনা-ঘৰৰ ভিতৰত জীয়াৰী-বোৱাৰীৰ মাজত ভুন-ভুননি শুনিবলৈ পোৱা গল। কি যে কন্দৰ্প-কান্তি চেহেৰা! ৰজা হে যেন সিংহাসনত বহি আছে! গুণীতৰাৰো যে কপালৰ গুণ! পৰৰ মুখে এইবোৰ কথা শুনি তাইৰ গৰ্ব্বত বুকু ফুলি উঠিছিল। হোমৰ কাষত বহি এহাত ওলোমা ওৰণিৰ এটা ফাকেদি চিৰকালৰ লগৰীয়া-জনলৈ এবাৰ ভুমুকিয়াই চাইছিল। চকামকাকৈ দেখা পায়ো মনটো শাত

কৰিছিল। পুৱালৈ ওপজা ঘৰথন চিৰদিনৰ কাৰণে এৰিবলগীয়া হোৱাৰ সাময়িক বেদনা নিমিষতে নাইকিয়া হৈছিল।

এতিয়াও দুই-এগৰাকী বুঢ়া-বুঢ়ীয়ে কয় যে বিয়াৰ ৰাতিয়েই তেওঁলোকে ডাঙৰ দুৰ্য্যোগৰ উমান পাইছিল। এইবোৰ পিছত গুণীতৰাই শুনা কথা হে। তেওঁলোকে কয়, দৰাৰ চেহেৰাটোৱেই কুলক্ষণ। এনে চেহেৰাই ৰজাৰ ঘৰত হে (তেতিয়া ভাৰতৰ ৰজা সপ্তম এড্‌ৱাৰ্ড) শুৱায়। ৰাতি বতৰ মুকলি আছিল। ফাগুনমহীয়া থৰাং বতৰ। হোমৰ আম-খৰিবোৰো ফহ্‌ফহীয়া। এচুঙা শুধ গৰু-ঘিউ ঢলা হল। কিন্তু অগ্নি-দেৱতা বিমৰিষ। সাধাৰণতে জলাৰ দৰে হোমৰ জুইকুৰা দাউ দাউ কৰে জলা নাই। খুব ধোঁৱাইছে। ধোঁৱাই ৰভাতলিৰ মানুহৰ চকুতো আমনি দিছে। তাকে দেখি গুণীতৰাৰ বাপেকৰ চকু থৰ হৈ গৈছে। লগৰ শ্ৰীধৰৰ বাপ আৰু পৰশু সাতোলায়ো কপালত হাত দিছে।

হোমৰ জুই নজ্বলাটো বৰ বেয়া চিন। এৰা, বুঢ়া মানুহে আচল কথাই কয়। নহলে এবছৰ নৌযাওঁতেই হঠাতে কাননগোৰ সেই অদ্ভুত বেমাৰটো হব লাগে নে? এদিন লাট এটাৰপৰা কিবা সীমা গোলমালৰ মীমাংসা কৰি মানুহটো কোনোমতে হে ঘৰ পালেহি। তীৱকঁপে জ্বৰ উঠিল। লাহে লাহে জ্বৰ বাঢ়িবলৈ হে ধৰিলে। কবিৰাজে কলে, "সন্নিপাত হৈছে। এইবোৰ বেমাৰত ভালকৈ আপ-ডাল কৰা হে আচল কথা। দৰবতকৈ আলপৈচানৰ হে গুণ বেছি।" শেহত চহৰৰপৰা বহু কষ্ট কৰি ডাক্তৰক হাতে-ভৰিয়ে ধৰি মতাই অনা হল। তেওঁ কলে, "পেৰা-টাইফয়েড। আৰু আগতে খবৰ দিব লাগিছিল।" তেওঁ এটা বেজী দিলে আৰু অলপ দৰবো দি গল। কিন্তু ডাক্তৰ কিজানি চহৰ নেপালেগৈয়ে। সকলোকে কন্দুৱাই ৰোগীয়ে প্ৰাণ এৰিলে।

সেই দিনটোৰ প্ৰতিটো কথা এতিয়াও গুণীতৰাৰ জল্‌জল্-পট্‌পটকৈ মনত আছে। শটো বাহিৰলৈ উলিওৱাৰ সময়তো তাই ভাবিছিল, এতিয়াও অদ্ভুত কিবা এটা ঘটিব, তেওঁ জী উঠিব। তাই আঁকোৱালি ধৰি থকা শটো আঁতৰাই নিবলৈ টান হৈছিল। তাইৰ হিয়া-ভগা কান্দোন শুনি সকলোৰে অসহ্য লাগিছিল। কোনোৱে তাইক সান্ত্বনা দিবলৈ সাহস কৰা নাছিল। তাই কত দিন কান্দিছিল। পোনতে আনৰ আগত, পিছত লুকাই লুকাই। পিছত হৃদয়ৰ মহাশোকে চকুলো শুকুৱাই পেলাইছিল। অন্তৰত অব্যক্ত বেদনা থুপ খাই ৰৈ আছিল।



গুণীতৰাই এইবোৰ কথা ভাবি আছে আন এজনী মানুহৰ কথা ভবাৰ দৰেই। অৱশ্যে মূৰে-কপালে হাত দি; পাছফালে থকা সোণাইৰ পাৰৰ হিজল গছ এজোপাৰ তলত বহি। তাই পঞ্চমীৰ মাক হিচাপে এইবোৰ কথা ভবা নাই। ভাবিছে—এৰি অহা জীৱনটোত একো নোপোৱাৰ কাহিনীবোৰ হে। এতিয়া, এই মাজ-বয়সত কিবা এটা পোৱাৰ, কিবা এটা ভাল দেখাৰ মূল্য নাই। জীৱনৰ প্ৰতিটো মুহূৰ্ত্তৰ সমান মূল্য নাই। গাভৰু কালৰ, দেহ-মনক বশ মনাব নোৱাৰা প্ৰাণ-প্ৰাচুৰ্য্যৰ বয়সৰ এটা মুহূৰ্ত্তৰ যি দাম, সেই দামৰ তাৎপৰ্য্য বুজে আশাহীন সময় কটাই দিয়া তাইৰ দৰে তিৰোতাবোৰে হে।

হঠাতে পাছফালৰপৰা পঞ্চমীৰ মাত শুনি গুণীতৰা উচাপ খাই উঠিল। অকস্মাতে এতিয়াৰ জীৱনলৈ ঘূৰি আহি তাই অপ্ৰস্তুত হৈ পৰিল।

"বৌটি, অকলে অকলে কি কৰিছ? মই গোটেই ঘৰ চলথ কৰিলোঁ। সিহঁত কেইঘৰতো খবৰ ললোঁ।" পঞ্চমীয়ে কলে।

মাক কিন্তু নিমাত। পঞ্চমীয়ে লক্ষ্য কৰিলে, মাকৰ দুধাৰি চকুলো বৈ থুতৰিত মিলি গৈছে। অথচ এই চকুলো লুকুৱাবলৈ অকণো চেষ্টা কৰা নাই। পঞ্চমীয়ে আঁচলেৰে মাকৰ চকুলো দুধাৰি মচি দি সুধিলে, "মই ফেল কৰিম বুলি ভাবিছ, বৌটি? এস্, মইনো ফেল কৰিম নে? মই ফেল কৰিলে আৰুনো কেইজনীয়ে পাছ কৰিব? মিছায়ে চিন্তা নকৰিবি।"

মাকে খুব লাহে লাহে কলে, "আনন্দৰ চকুলো, আই! তই ইমানজনী হবি আৰু ইমানখিনিলৈকে পঢ়িব পাৰিবি বুলিতো মই আগতে সপোনতো ভবা নাছিলোঁ!"

পাছ-বাৰীৰ লুংলুঙীয়া বাটটোৰে সিহঁত আহি থাকিল। আগত পঞ্চমী আৰু পাছে পাছে মাক। এতিয়া পঞ্চমীয়ে তাইৰ স্মৃতিক আউল লগাই দিলে। কিন্তু অকলে কিবাকিবি ভাবি থকাৰ পিছত পঞ্চমীক দেখিলে,নাইবা তাই স্কুল ছুটী হলে ঘৰলৈ আহিলে গুণীতৰাৰ সদায় এটা কথাই মনলৈ আহেঃ তেওঁ কাল হোৱাৰ সময়ত তাই অন্তঃসত্বা। তেওঁৰ শৰাধৰ চাৰিমাহ ন দিনৰ পিছত তাইৰ জন্ম।

বেলি বহিলেই। মাক আৰু জীয়েক পিৰালিতে বহিল। পঞ্চমীৰ কাণখন পদূলিৰ পিনে হে। কিজানি খুৰায়েক আহিলেই! ফলাফল ভাল হলে তেওঁ পাৰেমানে চাইকেলৰ বেল বজাই আহিব। বেয়া হলে মুকুকা মাৰি ঘৰ সোমাবহি আৰু কাকো মাত-বোল নকৰিব।

সন্ধিয়া উদাস। পৰীক্ষাৰ খবৰটোৰ বাহিৰে যেন সকলো প্ৰাণী, সকলো ভাব, আৰু সকলো অস্তিত্ব উদাস আৰু আমনিলগা। মাক উদাসী, মাকৰ চিন্তাধাৰাও উদাস। মাজ-নিশাৰ ডাঠ এন্ধাৰতো সজীৱতা আছে, কিন্তু সন্ধিয়াৰ পাতল আন্ধাৰবোৰ জেলখানাৰ দেৱালবোৰৰ দৰে। গাঁৱৰ সন্ধিয়া সঁচাকৈয়ে অসহনীয়। টাউনত এই সময়টোৱেই আটাইতকৈ বেছি আকৰ্ষণীয়। বিজুলী-বাতিবোৰ জ্বলে। দোকানবোৰ উজ্জ্বল পোহৰেৰে দোকমোক হৈ থাকে। ধুনীয়া ধুনীয়া পোছাক পিন্ধি মানুহ ফুৰা-চকা কৰে। মতা মানুহ, মাইকী মানুহ সকলোৱেই ধুনীয়াকৈ সাজি-পাৰি নাহ-বিলাহৰ বস্তু কিনেহি, চিনেমা চায়। ঘৰে ঘৰে, দোকানে দোকানে ৰেডিঅ'-গ্ৰামোফোন বাজে। চিনেমা হলত যৌৱনৰ পয়োভৰ। চিনেমা হলৰ বাহিৰতো বছা বছা গান দিয়ে। কিন্তু ইয়াত ?—সোণবৰিয়ালৰ দৰে শান্ত গাঁও এখনত? ইয়াত সন্ধিয়াৰ এই পৰিবেশত কিজানি কাকুতি ঘোষা, দেহ-বিচাৰৰ গীত আৰু টোকাৰী নাম হে খাপ খাব।

দুয়োজনীৰে স্বকীয়া স্বকীয়া ভাব। গুণীতৰাই ভাবিছে—তাই আন এঘৰ মানুহত পৰা হলে বাৰু কি অৱস্থা হলহেঁতেন? সকলোৱেই হেকাৰ পাৰিলেহেঁতেন। তায়ে গিৰিয়েকৰ মূৰটো খালেহি বুলি কলেহেঁতেন। কিন্তু এওঁলোক তাইলৈ বেছি হে সদয় হল। সকলোৰেপৰা সমান সহানুভূতি পালে। দেৱৰেক ভৰত যে ইমান ভাল মানুহ! সি বুজি পালে যে গুণীতৰাৰ পঞ্চমীয়েই সকলো। পাঁচ বছৰৰ পিছত নিজে বিয়া পাতিলে। কিন্তু সি কেৱল নিজৰ সংসাৰখন পাই নবৌয়েকৰ প্ৰতি তাৰ কৰ্ত্তব্য পাহৰি নগল। তাইক সন্তুষ্ট কৰিবলৈকে পঞ্চমীক এই আঠ বছৰ টাউনত পঢ়ুৱালে আৰু তাইক ৰাখিলে উকীল-হাকিমৰ জীয়ৰীৰ দৰে। আজি যদি তাই পাছ কৰে তেনেহলে তায়েই সোণাইপৰীয়া অঞ্চলত প্ৰথম মেট্ৰিক পাছ ছোৱালী হব।

পঞ্চমীয়ে ভাবিছে—খুৰায়েক চাগৈ চাৰি বজাত টাউন পালেগৈ। চাৰিটাত যদি খবৰ অহা নাই, তেনেহলে পাঁচটাত আহিছে। পাঁচটাত খবৰ পালে, খুৰায়েক ঘৰ পাবহি ৰাতি ন বজাত। গৈ পায়েই খবৰটো পালে আঠটাত ওলাবহি। এতিয়া আৰু এঘণ্টা বাকী। খবৰটো সোনকালে পাবৰ কাৰণে যে খুৰাদেৱেকে চৌবিশ মাইল চাইকেল কৰিব লাগিব। তাইলৈ যে কিমান চেনেহ!



ৰৈ ৰৈ আমনি লাগিল। সিহঁত ভিতৰ সোমাল। ভিতৰত সুভদ্ৰাই সুধিলে, "পঞ্চমী, ইহঁতহালক বোলে পাছ কৰিলে চুৱেটাৰ দুটা গুঁঠি দিম বুলি কৈছিলি?"

"অঁ, কৈছিলোঁ।"

"তেনেহলে গোঁঠ আকৌ। মোৰ বাকচত দুপোৱা উল আছে। খুৰায়েৰে আনিছিল।"

"কালৈ?"

"সিহঁতলৈকে। তই গুঁঠিব জান বুলি মই কৈছিলোঁ।"

"কিন্তু…"

"কিন্তু কিহৰ? তই পাছ কৰিবিয়েই। দুপৰীয়া শোওঁতে মই হাতীত উঠা সমাজিক এটা দেখিছিলোঁ। বৰ ভাল সপোন। তোৰ চিন্তা নাই।"

"হয় নেকি?"

পঞ্চমী আৰু চঞ্চল হল। তাই চোতাললৈ ওলাই আহিল। অলপ পিছতে দূৰৈত চাইকেলৰ বেল শুনিবলৈ পালে। নিশ্চয় খুৰায়েকৰ চাইকেল। অলপ খৰ্ খৰ্ কৰে শব্দ এটা কৰি বাজে। আকৌ বেল বজালে। সম্ভৱ ভোলা বৰাৰ ঘৰৰ আগত। এইবাৰ পদূলিত এটা দীঘলীয়া বেল। নিশ্চয় ফলাফল খুব ভাল। চোতালত চাইকেল ৰল। লেম এটা লৈ সুভদ্ৰা ওলাই আহিল। পাছে পাছে গুণীতৰাও। পঞ্চমীয়ে খুৰাকৰ ফালে খুব মনোযোগেৰে চাই ৰল। ভৰত শইকীয়াই চাইকেলখন কুঁহিয়াৰ-শালখনত আঁউজাই খুব আনন্দেৰে কলে, "আমাৰ ছোৱালী ঠিক আছে। কেৱল পাছ কৰাই নহয়। একেবাৰে প্ৰথম বিভাগত।"

সুভদ্ৰাই কলে, "মই নকৈছিলোঁ নে, পঞ্চমী?"

পঞ্চমীয়ে বহুত দিনৰ মূৰত মাকৰ মুখত খোলোচা হাঁহি দেখা পালে। ভৰত শইকীয়াই কৈ কৈ ভিতৰলৈ আহিল—"মই তোক বৰ অসন্মান কৰিছিলোঁ আই। পোনতে টেলিগ্ৰাম অফিচত অৰা কাগজখনত তোৰ নম্বৰটো চেকেণ্ড ডিভিজনত নেপাই থাৰ্ড ডিভিজনত চালোঁ। তাতো নেপালোঁ। ভাবিলোঁ, ফেল হলি। এবাৰ ফাৰ্ষ্ট ডিভিজনত চকু ফুৰাই দেখিলোঁ—তোৰ নম্বৰটো জিলিকি আছে। ভাবিলোঁ—ধন্য ছোৱালী তই। এৰা, কিয়নো এনে নহবি? ককাইদেউ জানো কম চোকা আছিল! জালুকবাৰীৰ চাৰ্ভে পৰীক্ষাত প্ৰথম হৈছিল। আৰু,…"

## ॥ চাৰি ॥

নগাঁৱৰ কলেজখনৰ ছোৱালী হোষ্টেল নাই। নগাঁৱতো ভৰত শইকীয়াৰ কোনো মিতিৰ-কুটুম নাই। তদুপৰি যাবে-তাৰে ঘৰত গাভৰু ছোৱালী থব নোৱাৰি। পঞ্চমীক কলেজত পঢ়ুৱা এটা সমস্যাৰ কথা হৈ পৰিল। তাইৰ যে পঢ়ালৈ যিটো হেপাহ, কলেজত নপঢ়ুৱালে তাই গুজৰি-গুমৰি উঠিব। ভৰত শইকীয়াই শেষ উপায় এটা বিচাৰি পালে।

পিছদিনা আবেলি গুণীতৰা, সুভদ্ৰা আৰু ভৰত শইকীয়াৰ মাজত আলোচনা হল।

এই দুবছৰ ভৰত শইকীয়াৰ অৱস্থা বেয়া। ঠিকাৰ কাম কৰি কোনোমতে চলি আছে। ডাঙৰ ঠিকা লবলৈকো মূলধনৰ অভাৱ। এই বছৰ আকৌ অফিচ-ঘৰ কেইটামান লৈ লোকচান খালে। শেষৰ বছৰটো পঞ্চমীক পঢ়ুৱাবলৈ জোৰা-ফোন্দা দি চলিবলগীয়া হৈছিল। গুৱাহাটীত ছোৱালী কলেজ এখন আছে। তাত পঢ়ুৱাব পৰা যায়। কিন্তু সাধ্যতে ইমানখিনি টকা খৰচ কৰিলে ঘৰখন চলিব কেনেকৈ?

ঘৰখনৰ সকলো অৱস্থা গুণীতৰাই জানে। সেয়ে হে তাই কলে, "মই সকলো বুজিছোঁ। মই বেয়া পাওঁ বুলিয়েই এই অৱস্থাৰে তাইক কলেজত পঢ়ুৱাব খুজিছা। কিন্তু পঢ়ুৱাইনো কি লাভ? 'মেটিক্' পাছ কৰিলে যদিও তাইৰ বয়স বিশ বছৰ হলেই। তাইৰ বিয়া দিয়াৰ কথা ভাবাহঁক। গাঁৱৰ ছোৱালীৰ বয়স বাঢ়ি গলে বিয়া দিয়া টান হৈ পৰিব। টাউনত ঘৰ এখন থকাহেঁতেন যহ-তহ।"



ভৰত শইকীয়াই মনোযোগেৰে কথাখিনি শুনি গল আৰু আপত্তি কৰাৰ থল বিচাৰি নেপালে। তথাপি কলে, "তাইক কিন্তু বি. এ. পাছ কৰাবৰ হেপাহ এটা আছিল।"

সুভদ্ৰাই কলে, "পঢ়িব নেলাগে বুলি তাইক কোন সতে জনাম? তাইৰ যে পঢ়ালৈ যি হেপাহ!"

সুভদ্ৰাই লগে লগে ভাৱিলে, এইবোৰ সকলো শইকীয়াৰে দোষ। লোকে ৰাজহুৱা কাম কৰে আৰু মন্ত্ৰী-উপমন্ত্ৰীৰপৰা সুবিধা লয়। দুই-এবছৰৰ ভিতৰতে বাচ-ট্ৰাক লৈ মাটি-বাৰী কিনি গজ্ গজীয়া হৈ পৰে। পকা-ঘৰ সাজে। লৰা-ছোৱালী চহৰত ৰাখে। কিন্তু আমাৰ ঘৰৰ সমাজসেৱীজন তেনেই বৈৰাগী। এইবোৰ চিন্তা নাই। কাৰোবাক এষাৰ কথা কলে নাকটো কটা যায়। অথচ ভোটৰ সময়ত এই ভগা-ছিগা ঘৰখনতে ডাঙৰ ডাঙৰ নেতাবোৰ সোমায়হি; শইকীয়াক খাতিৰ কৰেহি। তেওঁ চন্দ্ৰ শৰ্ম্মা, ভোগেশ্বৰ বৰা আৰু ৰূপন বৰদলৈৰ দৰে কোৰোণাৰে ধন চপাব পাৰিলেহেঁতেন, পঞ্চমীক গুৱাহাটীত নেলাগে কলিকতাতো পঢ়ুৱাব পাৰিলেহেঁতেন; শৰৎ আৰু কনকক ভাল ঠাইত ৰাখি পঢ়ুৱাব পাৰিলেহেঁতেন। তেওঁৰ পিছে এইবোৰ বুদ্ধি নাই। মাথোন এষাৰ কথা—সোণবৰিয়াল! সোণবৰিয়াল! ইয়াত হাইস্কুল হব লাগে, ডাক্তৰখানা হব লাগে, 'প্ৰজেক্' হব লাগে!

সেইদিনা সিমানতে।

পিছদিনা পুৱা ভৰত শইকীয়াই ভাবিলে, পঞ্চমীক এবছৰ চুপ-চাপ ঘৰতে ৰখা ভাল হব। আৰু-বেলিলৈ তেওঁৰ ৰোজকাৰ বাঢ়িব। টিঙৰ ফালে এটা ডাঙৰ মথাউৰি হোৱাৰ কথা। ইঞ্জিনিয়াৰ চাহাবে যাঠি হেজাৰ টকাৰ ঠিকা এটা দিম বুলি গাত লৈছে।

পিছে দুদিনৰ পিছত নতুন মাষ্টৰ মুকুলী বৰা আহি হে সকলো সমস্যাৰ সমাধান কৰি দিলে। আগৰ দৰেই দুপৰীয়া মুকুলী বৰা শইকীয়াৰ ঘৰ ওলালহি। এইবাৰ পিছে আওপুৰণি চাইকেলখন অনা নাই। লগত আনিছে এটা ৰেবেয়া কৰা দেছোৱালী। তাৰ মূৰত নাৰিকলৰ ৰছীৰে বন্ধা এখন সৰু বিচনা আৰু এটা ডাঙৰ ট্ৰাঙ্ক। পোনতে আহিয়েই সি শইকীয়াক মৰম লগাব পাৰিছিল। সেয়ে হে সি ওলোৱাহি দেখি শইকীয়াই হাততে সৰগ ঢুকি পালে। তাক বহিবলৈ দিয়েই তেওঁ আনন্দ মনেৰে ঘৰৰ সকলোকে জনাই দিলে, "নতুন

মাষ্টৰ আহিছে! পঞ্চমী, নতুন মাষ্টৰলৈ চাহ-জলপান তৈয়াৰ কৰ। শৰতৰ মাক, চোৱাহিচোন! এইজনেই মুকুলী ৰবা।"

নতুন মাষ্টৰ অহাটোও সোণবৰিয়ালৰ দৰে গাঁও এখনৰ মানুহৰ বাবে এটা ডাঙৰ বৈচিত্র্য। অলপ পিছতে এহাতে চাহ আৰু ইহাতে পাণ-ধোৱা এখনত জলপান লৈ পঞ্চমী ওলাই আহিল। পাছে পাছে তামোলৰ বটা এটা লৈ ওলাই আহিল সুভদ্রা। গুণীতৰা ওলাই আহিল হাতত নতুন গামোচা এখন লৈ।

শইকীয়াই তিনিওজনীকে চিনাকি কৰি দিলে। পঞ্চমীক পৰীক্ষাৰ খবৰেৰে সৈতে পৰিচয় কৰি দিয়াত তাই লাজকুৰীয়া ভাব এটা দেখুৱালে। তেওঁ অৱশ্যে তাইৰ জন্ম-বৃত্তান্ত নকলে। সাধাৰণতে তেওঁ এই কথা কাৰো আগত উল্লেখ নকৰে আৰু বাপেক নাই বুলি তাইক অনুভৱ কৰিবলৈ নিদিয়ে।

চাহ-জলপান খাই দুই-এষাৰ কথা পতাৰ পিছত শইকীয়াই নতুন মাষ্টৰক হেড্মাষ্টৰৰ ওচৰলৈ লৈ গল। হেড্মাষ্টৰ হেমকান্ত বৰ্ম্মণ। হাইস্কুলৰ চৌহদৰ ভিতৰতে সৰু থেৰী-ঘৰ এটাত থাকে। তেওঁৰ লগত কথা-বতৰা হোৱাৰ পিছত দুয়োই নতুন মাষ্টৰক স্কুলখন ভালকৈ দেখুৱালে। গ্রীষ্মৰ বন্ধ শেষ হবলৈ আৰু দুদিন বাকী। সেয়ে হে ছাত্র-ছাত্রী আৰু আন মাষ্টৰৰ বিষয়ে মুকুলী ৰবাই একো সম্ভেদ নেপালে।

ঘূৰি আহোঁতে শইকীয়াই নতুন মাষ্টৰৰ লগত পঞ্চমীৰ উচ্চশিক্ষাৰ বিষয়ে আলোচনা কৰি আহিছিল। মুকুলী ৰবাই দিয়া পৰামৰ্শবোৰ তেওঁৰ মনত ধৰিছিল। সেয়ে হে তেওঁ ঠিক কৰিলে যে কথাখিনি মুকুলী ৰবাৰ নিচিনা লৰা এটাৰ মুখৰপৰাই পঞ্চমীয়ে শুনিলে বেছি কামত আহিব।

চ'ৰা-ঘৰৰ চকী দুখনত দুয়ো বহিল। শইকীয়াই এহাতে ধঁপাত অকণমান লৈ মোহাৰি মোহাৰি চূণ খোজাৰ ছলেৰে পঞ্চমীক মাতিলে। পঞ্চমীয়ে চূণ দিয়াৰ পিছত তেওঁ কলে, "ৰবাই তোক এটা কথা সুধিব খুজিছে।"

তাই বতাহে ছুই যোৱা কেতেকী এজোপাৰ দৰে থিয় দি ৰল। ৰবাই সুধিলে, "তুমি আই. এ. পঢ়িব খুজিছা নে, আই. এছ-চি. পঢ়িব খুজিছা?"

প্রথম সম্বোধনতে 'তুমি'! কি আত্ম-বিশ্বাস! কি ব্যক্তিত্ব! কেনে গলগলীয়া পুৰুষোচিত কণ্ঠ! এৰা, ছোৱালীবোৰক ডেকা মানুহে আপুনি বুলি মাতিলে সিহঁত মনে মনে অসন্তুষ্ট হয়; লগে লগে যেন বয়সটো বাঢ়ি যায়, নিজকে



ছোৱালী ছোৱালী নেলাগে। তাই নিমিষতে এইখিনি কথা ভাবিলে আৰু মনটো ডাঠ ডাঠ লাগিল। তাই কওঁ নকওঁকৈ কলে, "আই. এ."

"ঘৰুৱা জঞ্জালবোৰৰ কথাও শইকীয়াই কৈছে। পিছে আই. এ. পঢ়িবলৈতো তোমাৰ নিচিনা ছোৱালী এজনীৰ কলেজত পঢ়িবৰ প্রয়োজন নাই। ছোৱালীয়ে প্রাইভেট্‌কৈ পৰীক্ষা দিব লাগিলে 'টেষ্ট'ও দিব নেলাগে।"

"কিন্তু কলেজীয়া পঢ়াৰ যে একো আওভাও নেপাওঁ!"

"ক'ৰ্চটো আৰু পৰীক্ষাৰ প্রশ্ন কিছুমান পঢ়িলেই হল। এইটো 'নোট', 'চিওৰ চাক্‌চেচ'ৰ যুগ। কেনেকৈ পৰীক্ষাত লিখিব লাগে, সেইবোৰ পঢ়িয়েই গম পাবা।"

"নুবুজোঁ যদি?"

"সেয়া বাৰু পাছ কথা! বুজিবাই। পাছ কৰাবোৰে সকলো বুজে নেকি?"

পঞ্চমীয়ে মিচিকিয়ালে। শইকীয়াই ৰগৰ পাই শব্দ কৰি হাঁহিলে। নতুন মাষ্টৰে নেহাঁহিলে। মাথোন পঞ্চমীৰ চকুলৈ স্পষ্টভাৱে চাই ৰল। সেই দৃষ্টিত পঞ্চমীৰ ৰূপৰ প্রতি প্রশংসা আছে নে নাই, কোমল অন্তৰেৰে চাইছে নে গতানুগতিকভাৱে চাইছে, একো ধৰিব নোৱাৰি।

কিন্তু অলপ পিছতে পঞ্চমী নতুন মাষ্টৰৰ দৰে গহীন হৈ পৰিল। মাষ্টৰৰ যুক্তি পঞ্চমীয়ে পচন্দ কৰা নাই বুলি সন্দেহ কৰি শইকীয়াই মাত লগালে, "দুবছৰৰ পাছত আই. এ. পাছ কৰিলে আৰু কিহৰ চিন্তা! পিছৰ দুবছৰ য'তে-ত'তে পঢ়ুৱাব পাৰিম। তেতিয়াও কলেজৰ সোৱাদ লব পাৰিবি।" নতুন মাষ্টৰেও লগতে যোগ দিলে, "তেতিয়া মুঠতে চাৰি বছৰ কলেজত পঢ়িলেই একে কোবে এম. এ."

আকৌ পঞ্চমীয়ে হাঁহিলে। এইটো হাঁহি চেপা মৰা নহয়। উজ্জ্বল। স্বতঃস্ফূৰ্ত্ত। ৰাতিৰ আকাশত যেন বিজুলী। তাই কলে, "আকৌ তো ফাষ্ট ডিভিজন নেপাম!"

মুকুলীয়ে কলে, "সেইটো তোমাৰ পঢ়াৰ ওপৰত নিৰ্ভৰ কৰে। তথাপি যিকোনো ডিভিজনত পাছ কৰিলেই বি. এ.ত চিট পোৱা যায়। শেষ পৰীক্ষাৰ ফলাফলেই হে আচল ফলাফল।"

পঞ্চমী সন্মত হল। শইকীয়াই সকাহ পালে আৰু মাষ্টৰক ধন্যবাদ দিলে।

## ॥ পাঁচ ॥

পঞ্চমীৰ বি. এ., এম. এ. পাছ কৰাৰ অভিলাষ নাছিল। আছিল যদিও ভালকৈ ভবা নাছিল। পঞ্চমীয়ে কলেজত পঢ়িবলৈ বিচাৰিছিল এই জীৱনটোৰ তিক্ততা দূৰ কৰিবলৈ হে। কিন্তু এতিয়া এই তিক্ততা দূৰ কৰিব লাগিব ঘৰতে পঢ়া-শুনা কৰি হে। সম্ভৱ জানো?

নিশ্চয় সম্ভৱ। মুকুলীয়ে এনেয়ে কথা নকয়। চোতালৰ একাষত থকা ভুখোটলীয়া ঘৰটোত মুকুলী থাকে। শইকীয়াই তাৰ সুবিধাৰ কাৰণে সকলো জা-যোগাৰ কৰি দিছে। স্কুলৰ ভুথীয়া লৰা এটাই তাৰ ভাত ৰান্ধি দিয়ে আৰু লগতে থাকি পঢ়ে। সেই কাৰণে লৰাটোৰো উপকাৰ হৈছে।

স্কুলত থকা সময়খিনিৰ বাহিৰে বাকী সময় মুকুলী ঘৰৰপৰা নোলায়েই। শইকীয়া ঘৰত থকা গম পালে হে সি পঞ্চমীহঁতৰ ঘৰলৈ আহে। তেনেহলে ঘৰৰ ভিতৰত থকা সময়খিনি সি কি কৰে? লেমটোও বহুত ৰাতিলৈকে জ্বলি থাকে। সি অনবৰত কিতাপ পঢ়ি থাকে। টেবুলত হেনো বহুত কিতাপ আছে। পঞ্চমীয়ে সেই খবৰ পালে তাক ভাত ৰান্ধি দিয়া লৰাটোৰপৰা। লৰাটোৰ নাম মুকুট। সপ্তম শ্ৰেণীত পঢ়ে।

মুকুলী সিহঁতৰ চৌহদত থকাৰ পিছৰেপৰা পঞ্চমীয়ে তাক নিলগৰপৰা হে দেখিছে। ওচৰা-উচৰিকৈ কথা পতাৰ সুযোগ ওলোৱা নাই। প্ৰথম দিনা তাৰ কথাত তাইৰ প্ৰতি আগ্ৰহ থকা দেখা গৈছিল। কিন্তু এতিয়া সি বৰ জটিল হৈ পৰিল। কথাই-বতৰাই চলনে-ফুৰণে শিক্ষকৰ গাম্ভীৰ্য্য। লৰাবোৰে হেনো খুব ভয় কৰে। খুব ভালকৈ পঢ়ুৱায় কাৰণে সিহঁতে তাক খুব ভক্তিও কৰে।



পঞ্চমীয়ে ভাবিছিল, মুকুলী সাধাৰণৰ ব্যতিক্ৰম কাৰণে আৰু তাক খুৰায়েকে খুব ভাল পায় কাৰণে তাৰ লগত ঘৰখনৰ খুব আত্মীয়তা বাঢ়িব আৰু তাৰ সান্নিধ্যত ঘৰখনৰ নিমাওমাও অৱস্থা নাইকিয়া হব; তায়ো আমনি লগা সময়বোৰ নেওচা দিব পাৰিব। কিন্তু তাৰ উপস্থিতিয়ে সিহঁতৰ ঘৰখন বেছি গহীন কৰি তুলিছে। তাৰ উদাসীনতাৰো প্ৰতিক্ৰিয়া আছে।

খুৰায়েকে কিছুমান কলেজৰ কিতাপ গোটাই দিয়াত পঞ্চমীৰ সময় কটোৱাৰ উপায় ওলাল। তাই ভাবিলে—মুকুলীৰপৰা, কিবা দিহা-পৰামৰ্শ লব নেকি?

তাক কি বুলি সমন্ধ ধৰিব? "দাদা", "ককাইদেউ", "মাষ্টৰবাবু"? কিন্তু এদিন আপোনা-আপুনিয়েই সমন্ধটো মুখৰপৰা ওলাই পৰিল। এদিন স্কুলৰ-পৰা আহিয়েই সি তাৰ ঘৰটোত নোসোমাই পঞ্চমীহঁতৰ ঘৰত সোমাল। পঞ্চমী ওলাই আহিল। সি সুধিলে, "তেখেত নাই নেকি?"

"এফালে ওলাই গৈছে।"

"তেনেহলে কবা, মুকুট আজি চাৰি দিনৰ কাৰণে ঘৰলৈ গৈছে।"

"হয় নেকি? তেনেহলে, দাদা, আপোনাৰ খোৱা-লোৱাৰ কি হব?"

"জানো কি কৰোঁ!"

"আমাৰ তাতে এই কেইদিন খাব লাগিব।"

"ভাবি চাওঁ। মোৰ কিবা হাত-ভৰি নাই নে? নিজে ইমান অলায়ক হলোঁ নে?"

"সেইবুলি আমিনো কিয় আপোনাক ভাত ৰান্ধিবলৈ দিম?"

মুকুলীয়ে হাঁহিলে। গুণীতৰা ওলাই আহিও একে অনুৰোধ কৰিলে।

"বহা।" পঞ্চমী মূঢ়া এটাত বহিল।

"আপুনি ইমান মন-মৰা হৈ থাকে কিয়?" পঞ্চমীৰ আশাগুধীয়া প্ৰশ্ন।

"মই এনেকুৱাই। অকলে থাকিলে সদায় মনটো গোমা হৈ পৰে। ইমানবোৰ আকাঙ্ক্ষা লৈ আৰু ইমানবোৰ বোজা কঢ়িয়াই কোনেও আনন্দ মনেৰে থাকিব নোৱাৰে। একো নোপোৱাৰ আৰু একো কৰিব নোৱাৰাৰ ফল বিষম। সকলো আনন্দ কাঢ়ি লৈ যায়।"

"আপোনাৰ বৰ দুখ? ইয়াত থাকি বেয়া পাইছে, দাদা?"

"সকলো গাঁৱেই একে। মই ভাবোঁ, আনন্দ বোলা বস্তুটো কেৱল মজলীয়া ধৰণৰ মানুহৰ কাৰণে হে। তোমাৰো চাগৈ একে অৱস্থা। বুদ্ধিমতী ছোৱালীৰ

অনুভূতিবোৰ অলপ ভোটা হব লাগে। কিন্তু তেনে হব নোৱাৰে। অনুভূতিৰ লগত বুদ্ধিৰ আৰু ৰূপৰ সম্পৰ্ক আছে। কি কোৱা ?"

পঞ্চমীয়ে কবলৈ একো বিচাৰি নেপালে। মানুহটোলৈ বৰ কৌতূহল হল। চকু দেখি মনটো বুজিব পৰা হলে! তাৰ দৃষ্টি স্বকীয়া ধৰণৰ— তীব্ৰ, আপোন, গভীৰ। সি আচলতেই স্বকীয়া। তাৰ দৃষ্টিয়ে যেন গাভৰুৰ দেহত আদিম প্ৰবৃত্তিৰ আবেদন বিচাৰি নেপায়। পূৰ্ণ যৌৱনত ভৰি দি তাই বহুত পুৰুষৰ দৃষ্টিৰ অভিপ্ৰায় বুজি পোৱা হৈছে। সিহঁতে পোনতে মুখলৈ চাই নিমিষতে বুকুলৈ চকু নমাই আনে। তাতে কিছু সময়লৈকে বাসনাই লুকা-ভাকু খেলে। তাৰপিছত দৃষ্টিৰ লোলুপতাই উৰু আৰু নিতম্বৰ সামঞ্জস্য পৰীক্ষা কৰে।

"কি খুৱাবা ?"

নিমাত।

"কোনে বান্ধিব ?"

নিমাত।

"কিয় নোকোৱা ?"

নিমাত।

"তেনেহলে নিজে চকুৰ তলত জুই দিব লাগিব ?"

পঞ্চমীয়ে অতৰ্কিতে তালৈ চাই নিজৰ গাটোলৈ চালে। মূঢ়াত বহি থকা অৱস্থাত লিপিত খাই থকা কাপোৰে তাইৰ উৰু দুটাৰ আকৃতি প্ৰকট কৰি তুলিছে। ইতস্ততঃ কৰি চাদৰখন আঁজুৰি থকাৰ কাৰণে ব্লাউজে বুকুৰ চঞ্চলতা লুকুৱাব পৰা নাই। তললৈ লক্ষ্য কৰি থকা চকুহালে তাৰ উপস্থিতিৰ হেতু ব্যাকুলতা বেছিকৈ হে প্ৰকাশ কৰিছে।

তাই থিয় হল। সুধিলে, "ঘৰত কোন কোন আছে ?"

সি সেই উত্তৰ ফালৰি কাটি তাইক হে সুধিলে, "নতুন কিতাপবোৰ কেনে পাইছা ?"

এইবাৰ তায়ো সেই প্ৰশ্ন আওকাণ কৰিলে।

"আপুনি কি কি খাবলৈ ভাল পায় ?" কেৱল প্ৰশ্ন।

"খুৱাদেৱেৱা কিমান পৰত আহিব ?" উত্তৰলৈ বাট নেচাই সি মাথোন কৈ গল, "কালি অকলে অকলে সোণাই-পাৰেদি গৈ আছিলোঁ। পাৰত দেখা পালোঁ এটা ঢিপ। তাৰ ওপৰত এজোপা ডাঠ সেউজীয়া কেতেকী।



এপাহি কেতেকী ফুলি আছিল। নিচেই অকলশৰীয়া কেতেকী। মানুহ এটাই ম'হহালৰ গা ধুৱাই আছিল। সি কলে, 'মাষ্টৰ বাবু, আপুনিও তেনেহলে কেতেকী জোপা চাইছে!' মই উত্তৰ দিয়াত সি কলে, 'মই ভাবিছোঁ, এই-জোপা খান্দি নি স্কুলৰ চৌহদত ৰুই দিমগৈ।' তাক মোৰ বৰ ভাল লাগি গল। অকলশৰীয়া কেতেকীজোপা দেখি তাৰো মায়া হল। বুইছা পঞ্চমী, আচলতে সকলো মানুহেই কবি। চাৰিওফালৰ টনা-আঁজোৰাত পৰি হে মানুহে কোমল মনটো হেৰুৱাই পেলায়। কি কোৱা ?"

"কেতেকীজোপা সি ৰুলে নে ?"

"আজি সম্ভৱ ৰুলে। আৰু সিয়ে মোক আন এটা কথা মনত পেলাই দিলে।"

"কি ?"

"তুমিতো হাইস্কুলতে সোমাব পাৰা। ক্লাচ চিক্সলৈকে পঢ়ুৱাব পাৰিবা।"

"খুৱাদেৱে কি কয় ?"

"এতিয়ালৈকে তেখেতক লগ পোৱা নাই। নিশ্চয় সন্মত হব। ঘৰতে সোমাই থকাৰ সমান শাস্তি নাই।"

এহাতে সিজোৱা বৰা চাউল আৰু এহাতে বান-বাটি এটাত গাখীৰ লৈ সুভদ্ৰা সিহঁতৰ ওচৰ পালেহি। গুণীতৰাই তামোল-পাণৰ বটাটো লৈ সিহঁতৰ ওচৰতে বহি তামোল কাটিবলৈ ধৰিলে।

সুভদ্ৰাই কলে, "এই দেখোন মোক আপত্তি কৰি আছে, মাষ্টৰবাবু? নতুন কিতাপবোৰ হেনো বুজিবলৈ টান পাইছে। তাই আপোনাক ধৰিবলৈ কৈছে। খুৱায়েকক কৈছিলোঁ। তেখেতে আপোনাক সুধি চাবলৈ কলে।"

জলপান খাই খাই মুকুলীয়ে কলে, "মোৰ জানো সময় হব ? মই ঘৰতে পঢ়ি পৰীক্ষা এটা দিম বুলি ভাবিছোঁ। অৱশ্যে আমাৰ গাঁৱৰ অপায়-অমঙ্গলবোৰ যদি বাঢ়িবলৈ হে ধৰে, তেনেহলে পৰীক্ষা দিয়াও নহব আৰু ইয়াত মনপুতি কাম কৰাও নহব। আগতেই শইকীয়াক ইয়াৰ ইঙ্গিত দিছোঁ।"

পঞ্চমী ক্ষুণ্ণ হল। সুভদ্ৰা আৰু গুণীতৰাই তাৰ কথা বিশ্বাস কৰিলে। তিনিওজনী নিমাতে বোৱা দেখি মুকুলীয়ে আকৌ কলে, "অৱশ্যে পোনতে এওঁক অলপ আভাস দিয়া ভাল হব। মেট্ৰিকত সকলো কথা অসমীয়াত পঢ়ি হঠাতে ইংৰাজী কিতাপত হাত দিলে পোনতে টান লাগেই।"

পঞ্চমী উল্লাসিত হল। কলে, "মই হলে তেনেই নিৰুপায় হৈ পৰিছোঁ। বাৰে বাৰে অভিধান চাই চাই আমুৱাই গৈছে।"

## ॥ ছয় ॥

মুকুলীয়ে ঠিকেই কৈছিল: গাঁৱৰ অপায়-অমঙ্গলবোৰ দূৰ হলে হে সি মনপুতি কামত লাগিব পাৰিব। এদিন পঞ্চমীয়ে লক্ষ্য কৰিলে, চাৰিটা গাঁৱৰ মানুহ তাক বিচাৰি আহিছে। সিহঁত শিলজুপুৰিৰে হব লাগিব। অতি খহটা চেহেৰা। পিন্ধন-উৰণো এইফালৰ লগত নিমিলে। প্ৰত্যেকৰ হাতত একোডালকৈ ৰাইডাং। এয়ে হল ভিতৰুৱা গাঁৱৰ মানুহৰ চিন। সিহঁত দূৰলৈ আহিলেই হাতত ৰাইডাংডাল আৰু কান্ধত নতুন গামোচা এখন থাকেই। এটাৰ চুলি পাহ-কটা। বোধহয় ভকতীয়া ধৰণৰ মানুহ। সিহঁতক সবল যেন লাগে যদিও মানুহকেইটা অসম্ভৱ উত্তেজিত। সিহঁতৰ ভিতৰৰ আটাইতকৈ ডেকাটোৰ চকুহাল শ'ল মাছৰ দৰে—ৰঙা, ঘূৰণীয়া আৰু প্ৰখৰ। তাৰ মাতটোও খঙাল।

"তহঁতি, এতিয়াই ওলালিহি দেখোন?" মুকুলীয়ে সুধিলে। পঞ্চমীয়ে লক্ষ্য কৰিলে, সি সিহঁতক তন্নতন্নকৈ চাই যেন সকলো বিপদ বুজি পেলালে। তাই ডুবাৰডলিৰ কাষত থিয় দি আলেখ-লেখ চাই ৰল। মুকুলীৰ মাত শুনি সিহঁতৰ ক্ৰোধৰ ভাবটো আৰু চৰি হে গল। এটাই কলে, "হয় মৰিম, নহয় সিহঁতক এসেকা দিম।" আন এটাই মাত লগালে, "নিচয় কথা। 'চৰাজ' লোৱা মানুহে দেশ চলাইনো আমাক কি সুখত ৰাখিছে?" এইবাৰ মুকুলীৰ মাতটোত অস্থিৰতা প্ৰকাশ পালে। কলে, "আগতে এখন্তেক বহি লচোন। পিছত ধীৰে-সুস্থিৰে ক।"

ডেকাটোৱে কলে, "বহিবলৈ সময় ক'ত? ব'ল, আমাৰ লগত ব'ল। আমাৰ সৰ্ব্বনাশ হল।"



"কি হল, তাকেনো নকৱ কিয়?" মুকুলীয়ে টানি সুধিলে।

"বৰ চেহাবে বিষয়া কেইটামান পঠিয়াইছিল। সিহঁতে আহি দেওৱা বিল চালেহি আৰু ৰাইজ গোটাই কলেহি, 'এই মাহত এই বিল ডাক হব। ইয়াত তহঁতে মাছ নেমাৰিবি।' ৰাইজৰ মাজত গণ্ডগোল লাগি গল। পুলিচ দুটাও আছিল। তৰ্কা-তৰ্কিৰপৰা হতাহতি হল। চৰকাৰৰ ঘৰৰ মানুহেও হেঁচা-ঠেলা খালে। পুলিচেও। সিহঁতে ভদৰাম, নান্নীয়া, কোন্দ্‌ আৰু তোলনক হাত-কেৰেয়া মাৰি লৈ গল।"

তাকে শুনি মুকুলীয়ে একো মাতিব নোৱাৰিলে। তাৰ ওঁঠ দুটা কঁপিবলৈ ধৰিলে। চকু দুটা যেন চকু নহয়, শাণত দিয়া খুৰ হে। সি একো বুজাবলৈ চেষ্টা নকৰিলে। সুধিলে, "কেতিয়া আহিছিল?"

এটাই কলে, "কালি।"

"কালিয়েই মোৰ ওচৰলৈ নাহিলি কিয়?"

"জিলালৈ গৈছিলোঁ—বৰ চাহাবক কম বুলি। চাহাব নাছিল। সিহঁতক হাজতত চাই আহিলোঁ।"

মুকুলী ভিতৰ সোমাল। তাৰো একেই খং। এই মানুহবোৰে জীৱনত পালে কি?—দাৰিদ্ৰ্য, অৱহেলা, কষ্ট, বেমাৰ-আজাৰ; কেৱল দুৰ্গতি। কাষতে বিলখন আছে। তাতে মাছ মাৰি এসাজ মাছে-পুঠিয়ে তেও খাব পাৰিছিল। কিন্তু এতিয়া সেইকণ সুবিধাৰপৰাও সিহঁতক বঞ্চিত কৰিব খুজিছে। ডাক হোৱাৰ পিছত বঙালী জালোৱাই বৰ বৰ জাল পেলাই দেওৱা বিলত আৰু মাছ ডাঙৰ হবলৈ ছল নিদিব। চৰকাৰক টকা লাগে; সঁচা কথা। কিন্তু টকা উলিওৱাৰ আৰু বহুত বুদ্ধি আছে। আয়-কৰ আৰু বিক্ৰী-কৰবোৰ ভালকৈ তুলিলেই হল। কিন্তু ক'তা? তুলিব পাৰিছে জানো? বিষয়াৰ আসৈ পাই আৰু বিষয়াক কিনিব পাৰি বেপাৰীবোৰ কান্ধত উঠিছেগৈ। অথচ এই মানুহবোৰে চৰকাৰক যিমানখিনি খাজানা দিয়ে, সিমানখিনি টকাৰ আধাও জানো কাম কৰিছে? এতিয়া সিহঁতৰ ভাতৰ পাতৰ মাছকণো কাঢ়ি খাব খুজিছে। তেওজ্‌ বেলি কুঁজী বিলৰ ডাক হল। বিলতো মাছ হৰিল। কুঁজীৰ ৰাইজে বালিচঁহীয়া বৰালি আৰু হাতৰ দুখন তলুৱাৰ সমান তেল-লগা কাৱৈ মাছ কি বস্তু পাহৰি পেলালে। মাছৰ বেপাৰ কৰি কোনোবা হয়তো ধনী হল, চৰকাৰে হয়তো টকা পালে। তেনে বহুত টকা হয়তো উন্নয়ন খণ্ড

আৰু কৃষি বিভাগৰ দুৰ্নীতিয়ে অবাবতে গ্ৰাস কৰিলে। কিন্তু কুঁজীৰ বাইজে জিভাৰ জুতিকণো হেৰুৱালে, মাছৰ অভাৱত আগৰ দৰে কাম-বনত মন নবঢ়া হল।

সি ধুতী এখন আৰু গেঞ্জী এটা পিন্ধি আছিল। কান্ধত কামিজটো পেলাই ঘৰটোত তলা মাৰিলে আৰু সিহঁতলৈ চাই কলে, "ব'ল, আজিয়েই জিলা পাবগৈ লাগিব।"

দুৱাৰৰ কাষৰপৰা পঞ্চমীয়ে এইবোৰকে লক্ষ্য কৰি আছিল। এবাৰ তাক তাইৰ চকুৱে চকুৱে পৰিল। সি কলে, "খুৰাদেৱেৰাক কবা, হেড্মাষ্টৰক যাতে কয়, মই আৰু তিনি দিন নাহোঁ।"

সি সিহঁতৰ লগত ওলাই গল। তাই সিহঁতলৈ চাই ৰল। সিহঁত গো-বাটটোত উঠাৰ সময়ত তাই পাহ-কটা চুলিৰ মানুহটোৱে কোৱা শুনিলে, "এৰা, এতিয়া হে বুকুখন ডাঠ লাগিছে। আমাৰ মুকুলী থাকোঁতে কিহৰ ভয়? সিহঁত বিষয়া হব পাৰে, কোট-পটলুং পিন্ধিব পাৰে। সেইবুলি সিহঁত কিবা তোৰ যোবৰ নে?"

মানুহটোৱে কথাবোৰ যিমান ডাঙৰকৈ কলে শুনিব পাৰি তাতকৈ বেছি ডাঙৰকৈ কৈছে। এফালে ওলাই যাওঁতেও চিঞৰি চিঞৰি কথা কোৱাটো গাঁৱলীয়া স্বভাৱ। পঞ্চমীয়ে ভাবিলে, এনে স্বভাৱেই প্ৰমাণ কৰে যে গাঁৱৰ জীৱনত গোপনীয় বুলি কথা এটা নাই। মানুহকেইটা দেখিও পঞ্চমীয়ে শিলজুপুৰি গাঁওখনৰ বিষয়ে এটা থূল-মূল ধাৰণা কৰি লৈছে। সিহঁত কিজানি জুপুৰি ঘৰতেই থাকে। শাওণত জুপুৰি ঘৰৰ ওপৰেদি পানী কাটে। পিছত জেকা ভেটিত বেমাৰে বাহ লয়। অথচ সেইখন গাঁৱতেই ভাদমহীয়া জুপুৰিয়ে জুপুৰিয়ে খোলৰ ছেও শুনিবলৈ পোৱা যায়। জুপুৰিৰ ভিতৰত ভাওনাৰ বচনৰ বীৰ-ৰস বিয়পি পৰে। সিহঁতে নামঘৰত নৃত্য-গীতেৰে, ভাওনা-সবাহেৰে শঙ্কৰ-মাধৱক সুঁৱৰি আত্মাক উন্নত কৰে। জীৱনে দুৰ্য্যোগ ভোগে; মানুহ মৰে, ওপজে, আকৌ মৰে; কিন্তু জীৱন জীয়াই থাকে। মাজে মাজে মুকুলীৰ দৰে একোটা ওপজি মাথোন এই নিৰবচ্ছিন্ন জীৱনক এখোপ আগুৱাই থৈ যায়।



## ॥ সাত ॥

"খুৰাদেউ, তেখেত হেনো পৰহিলৈ হে আহিব। গাঁৱৰ মানুহকেইটামান আহি হুলস্থূলকৈ লৈ গলহি। কিবা ডাঙৰ বিপদ হবলা।"

"অঁ, কব পাৰোঁ। জিলাত মই পাইছিলোঁ।"

"তুমি এই দুদিন ক'ত আছিলা?"

"জিলাতে। অলপ ঠিকাৰ টকা পোৱাৰ কথা আছিল।"

"পালা জানো?"

"অ'ভাৰচিয়াৰটো নথকা হলে বিল পাছ কৰা কেৰাণীটোৱে আৰু এদিন লগালেহেঁতেন। পিছে নতুনকৈ অহা অ'ভাৰচিয়াৰটো ভাল। মানুহৰ অসুবিধা বুজে।"

"ক'ৰ মানুহ?"

"আগতে আন ঠাইত কাম কৰিছিল। এতিয়া জোৱাইৰপৰা বদলি হৈ আহিছে। ঘৰ আকৌ আমাৰ ইয়াতে—চাকোলাঘাটত। ককায়েক মোৰ বন্ধু মানুহ—কমল ভূঞা। কমলৰ ভায়েক এটা অ'ভাৰচিয়াৰ আছে বুলি এতিয়া হে গম পালোঁ।"

"নাম কি, বাৰু?"

"ভগীৰথ ভূঞা।"

পঞ্চমীৰ এইবোৰ কথাত ৰাপ নাই। কোনোবা ভগীৰথ ভূঞা অ'ভাৰচিয়াৰ নহৈ একজিকিউটিভ্ ইঞ্জিনিয়াৰ হলেও তাইৰ মানত একে খবৰেই। তাই কেৱল কৌতূহল পোৱাৰ দৰে কথাবোৰ সুধিছে বেলেগ এটা স্বাৰ্থত পৰি খুৰায়েকক সন্তোষ দিবলৈ হে। তাই আলহ-উদহ কৰি শইকীয়াক জা-জলপান খাবলৈ

দিলে। "চোলাটো লেতেৰা হৈছে, সোলোকাই দিয়া, এতিয়াই ধুই দিওঁ" বুলি ঘাম লগা চোলাটো হাতত ললে।

"তোৰ দেখিছোঁ, মোলৈ বৰ আঁকল!"

"নহয়। ইয়াত সময়বোৰ নেযায়-নুপুৰায়। এতিয়া চোলাটো ধুই তেও অলপ সময় পাৰ কৰিব পাৰিম।"

"আও! তোৰ ইমান সময় নে?"

"বৌ আৰু খুৰীদেৱে মই অলপ কাম কৰিলেই বহুত কৰিছোঁ বুলি ভাবে। বাৰু খুৰাদেউ, আমাৰ স্কুলত এটা কাম খালী আছিল বুলি শুনিছোঁ, সঁচা নে? নতুন মাষ্টৰে কলে যে খালী আছে যদি মই সোমোৱা ভাল হব।"

"এই কথা তেৱেঁ উনুকিয়াইছিল। মই বাকীকেইজন মেম্বৰক কৈছোঁ। কিন্তু তোৰ যদি পঢ়াত ব্যাঘাত হয়?"

"কিয় হব? মোৰ কামত হে আহিব!"

"সিহঁতেও কৈছে, তই প্ৰথম মেট্ৰিক পাছ ছোৱালী যেতিয়া তোক স্কুলত দিলে সিহঁতে বেছি আনন্দ পাব। তদুপৰি মোৰ অৱস্থাৰ কথা সিহঁতে জানে। এটাই কলে—ঠিকা কৰি কেৱল পেটে-ভাতে খোৱা মানুহ তোমাক হে দেখিলোঁ; বাকীবোৰে ধনেৰে ভেটি বান্ধিছে।—তই কামত সোমালে মোৰো অলপ লাভ হব বুলিয়েই সকলোবোৰ মেম্বৰে তোক কামত সোমোৱাত জোৰ দিছে।"

"পালে মই কাইলৈকে স্কুল কৰিম। মনটোও ভাল লাগি থাকিব।"

পঞ্চমীৰ খুব ভাল লাগি গল। পাছ কৰিয়েই যে তাই উপাৰ্জন কৰিব পৰা হল! এইটোতো কম গৌৰৱৰ কথা নহয়! স্কুলত সোমালে মুকুলীৰ লগত মিলা-মিচা কৰাৰ বেছি সুবিধা ওলাব। সকলো অৱসাদ, সকলো বিৰক্তি, সকলো ব্যৰ্থতা সহজে আঁতৰি যাব।

কিন্তু তিনি দিনৰ পিছত মুকুলী নাহিল। আৰু এদিন পাৰ হল। পাঁচ দিনৰ মূৰত সি ওলালহি। সি খীণাই আহিছে। তাৰ ভাত বন্ধা স্কুলীয়া লৰাটো এইকেইদিন পঞ্চমীহঁতৰ ঘৰতে আছিল। সিয়েই পঞ্চমীক খবৰটো দিলেহি। অলপ পিছতে মুকুলী নিজেই সিহঁতৰ চ'ৰা-ঘৰত থিয় দিলেহি। ভৰত শইকীয়া ঘৰত আছিল। তেওঁ একো কবলৈ নৌপাওঁতেই সি কলে, "মোক ৰেহাই দিয়ক, শইকীয়া। মই আৰু কাম কৰিব নোখোজোঁ। সিহঁতক মই



এৰিব নোৱাৰোঁ। সিহঁতক এৰিব খোজা হলে মই ভাল চৰকাৰী চাকৰি এটাত সোমালোহেঁতেন।"

"কিয় এৰিব খোজে? গাঁৱত ইমান বিপদ নে?"

"এয়া বিপদৰ আৰম্ভণি হে। এনেকৈ তিনি-চাৰি দিন স্কুল এৰি গলে কিজানি এদিন আপোনালোকেই মোক পঠাই দিবলৈ বাধ্য হব। স্কুলৰ পইচা পাই মই আনৰ কাম কৰিছোঁ বুলি কব।"

"কিয় এনেকৈ ভাবিছে? হেজাৰ হওক এইখন ভেন্‌চাৰ্ হাইস্কুল। আপুনি বেছি নিয়ম-কানুন মানি নচলিলেও হব। আপোনাৰ লগত নিজৰ গাঁৱৰ কি সম্বন্ধ সকলোৱেই জানে। আপুনিও আগতে কৈছিল যে মই মাজে মাজে হঠাতে দুই-তিনি দিন ঘৰলৈ গুচি যাব পাৰোঁ। আমি মানি লৈছিলোঁ।"

"তথাপি ভাবি চাওঁ।"

পঞ্চমীয়েও শুনি আছিল। তাইৰ মনটো উকঙা উকঙা লাগি গল। তেনেহলে সি আপোন ইচ্ছাৰে গুচি যাব? তাৰ মায়া ক'ত নাই আৰু ক'ত আছে? তাৰ জীৱন দিশহাৰা, নে উদ্দেশ্যটো ডাঙৰ হোৱা কাৰণে আনে তাক বুজিব পৰা নাই? সি তাৰ ঘৰটোত সোমালগৈ। পঞ্চমীৰ তাৰ কথা জানিবলৈ অতি আগ্ৰহ হল। বিলখন ডাকত দিয়া বন্ধ কৰিলে নে নাই? হাজতত থকা মানুহকেইটা খালাচ হল নে নাই? সি সঁচাকৈয়ে যাবগৈ? খুৰায়েক এফালে ওলোৱা দেখি তাই সুধিলে, "ক'লৈ যোৱা?"

"হস্পিটলৰ মেনেজিং কমিটি আছে।"

"এটা কথা কব পাৰিবা নে? আজিৰপৰাই পঢ়িম বুলি ভাবিছোঁ। নতুন মাষ্টৰক গধুলি আহিবলৈ কলেই মই অলপ মোৰ পাওঁ।"

"তয়ো এজনী ছোৱালী দে। এখোজ দূৰত মানুহটো থাকে আৰু তাক কব লাগে মই!"

শইকীয়া ওলাই গল। তাইৰ মনত বিজুলী জিলিকিল। তাৰ ঘৰততো সোমাব নোৱাৰি! মুকুটক দেখা পালেই হল। ভাল কপাল। মুকুট পানী আনিবলৈ আহিছে। তাই কলে, "অই মুকুট, তহঁতৰ চাৰক গধুলা বৌৱে মাতিছে বুলি কবিচোন।" মুকুটে কলে, "বাৰু।"

সন্ধিয়া সুভদ্ৰাই গুণীতৰাক সুধিলে, "পঞ্চমীয়ে নতুন মাষ্টৰৰপৰা দুটা-এটা কথা শিকিব খুজিছে। ইয়াতে। ময়ো পচন কৰিছোঁ। তুমি কেনে দেখা?"

মাকে কলে, "ছোৱালী বিজাত হলে ঘৰত শলখা মাৰি থলেও উপায় নাই। আঠ বছৰ জিলাত থাকিও তাই ভালে থাকিল। গতিকে ভাবিবৰ একো নাই। লৰাটোৰো স্বভাৱ-চৰিত ভাল।"

শৰৎকালৰ গধূলি। আকাশ ফট্‌ফটীয়া। তৰাৰ দেশ নিস্তব্ধ। যেন তলি নেদেখা নিৰ্ম্মল পানীৰ বিশালতা হে। উত্তৰেদি বৈ অহা সোণাইৰ বায়ুত বনফুলৰ সুৰভি। তামোল, বাঁহ আৰু ঔটেঙা গছৰ বাৰীখনৰ ফাকেদি সোণাইৰ এচমকা বুকু পঞ্চমীৰ চকুত পৰিছে। এচমকা সোঁত-চঞ্চল ৰূপালী বুকুত ঢৌ উঠা-নমা কৰিছে। শিমলু-তুলাবে বিচনা পাৰি তৰাবছা আকাশখন চাই চাই যেন গাভৰু সোণাই চিত হৈ শুই আছে; টোপনি অহা নাই, গোপন চিন্তা বহন কৰি নিৰলে পৰি আছে। আৰু সোণাই-কাষৰীয়া হাবিবোৰ একা? —একোখন ক'লা আঁঠুৰা তৰি শুই আছে। বিবিধ গুঞ্জন তোলা সখিয়তী, ৰালিমাহী, ভাটৌ, কপৌ, টোকোৰা, কাঠখোলা, মাছৰোকা, বগলী, চিলনী, গঙাচিলনী—আটাইবোৰেই। দিনত সোণাইক আনন্দমুখৰ কৰি তোলা আটাইবোৰেই—আন্ধাৰত, শৰতৰ উম-লগা বতৰত সুখেৰে জিৰাইছে। আনদিনাৰ দৰে পঞ্চমীৰ আজিৰ গধূলিটো উদাস লগা নাই। ৰূপে-ৰসে-গন্ধে উপচি পৰিছে। ভাববোৰ গধুৰ হৈছে, আকৌ নিমিষতে ভাববোৰ কমোৱা তুলা হৈ শূন্যত উৰি ফুৰিছে। একলা জোনবাই পথাৰৰ সিপাৰে ডুবু ডুবু হৈছে; ভাল হৈছে। গৰু-গাইৰ হেম্বেলনি মাৰ গৈছে; ভাল হৈছে। ইঘৰৰ-সিঘৰৰ লৰা-ছোৱালীৰ হাই-উৰুমি কমি আহিছে; ভাল হৈছে। নৈৰ পাৰৰ নাৱৰীয়াৰ ভাটিয়ালী সুৰটো হঠাতে থমকি ৰৈছে; ভাল হৈছে।

মুকুলী আহিছে। চ'ৰা-ঘৰত তাই তাৰ গলহেকাৰি শুনিছে। শৰৎ আৰু কনক তাতে কঠ এখন পাৰি পঢ়ি আছিল হবলা। খুৰীয়েকে কোৱা তাইৰ কাণত পৰিছে, "তহঁত শোৱা-ঘৰত পঢ়গৈ। ইয়াত বাইদেৱেৰে পঢ়িব।" পাছ চোতালত থিয় দি তাই মনত পেলাইছে—চ'ৰা-ঘৰত এখন চকী, এখন বেঞ্চি আৰু এটা মূঢ়া আছে। মেজখন আছে খুৰায়েকৰ কোঠালিত। মেজৰ ওপৰত আকৌ ঠিকাদাৰি হিচাপৰ বহীবোৰ!

তাই আৰু পলম নকৰিলে। সি বেঞ্চিখনত বহি আছিল কাৰণে তাই কিতাপ তিনিখন চকীৰ ওপৰত থলে আৰু নিজে মূঢ়াটোত বহিল।

"চাহ নোখোৱাকৈ জানো পঢ়ুৱাব পাৰিম?"



"বৌৱে মনে জানিয়েই দিবহি।"

"কোন কোন বিষয় টান পাইছা?"

"গোটেইবোৰ।"

"গোটেইবোৰ একেলগে পঢ়িবলৈ বিচাৰিছা কিয়? এটা সময়ত এটা কাম হে কৰিব পাৰি!"

এইবুলি কৈ সি কোন বিষয় কি ধৰণৰ হব পাৰে তাৰে এটা থূলমূল আভাস দিবলৈ চেষ্টা কৰিলে। কিন্তু অলপ কওঁতেই পঞ্চমীয়ে মাত লগালে, "একে সময়তে আটাইবোৰ বিষয় কব নে? মোৰ মগজ ঘোলা হৈ যাব।"

দুয়ো হাঁহিলে। কিন্তু অকস্মাতে পঞ্চমী অযথা গহীন হৈ পৰিল। মুকুলীয়ে "এতিয়া কি পঢ়িবা" বুলি কেবাবাৰো সুধিলে। তাই নিশ্চল হৈ ৰল। উত্তৰ নিদিলে। পুনৰ সি বিৰক্তিৰে সুধিলে, "কি হৈছে তোমাৰ?" তাই লাহে লাহে কলে, "আপুনি সদায় নিজকে লুকুৱাই ৰাখিবলৈ বিচাৰে। নিজৰ সামান্য পৰিচয় দিবলৈকো ভাল নেপায়। খু-দুৱনি লাগি আছে। নেজানিলে পঢ়াত কেনেকৈ ৰাপ বাঢ়িব?

"অ', বুজিছোঁ। তোমাৰ বৰ অভিমান।"

"আপুনি যে একো কাৰণ নেদেখুৱাকৈয়ে এই ঠাই নেওচা দিব খুজিছে।"

পঞ্চমীৰ তাৰ বিষয়ে জানি লাভ নাই বুলি ভাবিছিল। বহুতৰে তাৰ বিষয়ে জানি লাভ নাই। কিন্তু কোনেও পঞ্চমীৰ দৰে আগ্ৰহেৰে জানিবলৈ বিচৰা নাছিল। সেয়ে হে নিজৰ কথা কৈ মনৰ গধুৰ বোজা পাতলাবলৈ তাৰ একান্ত ইচ্ছা হল। পঞ্চমীয়ে শুনি গল। তাই একো অভিমত নিদিলে।

: তাৰ নিচিনা হতভগীয়া খুব কম আছে। সি সৰুতেই নিঠৰুৱা হল। মাকজনীৰ বাহিৰে তাৰো আপোন বুলিবলৈ কোনো নাছিল। দুখুনী মাকক সুখ দিবলৈকে সি সঙ্কল্প কৰিছিল, সি ডাঙৰ মানুহ হব। সি পঢ়া-শুনাত খুব ভাল। বৰ কষ্টেৰে পঢ়িছিল। মেট্ৰিকত আশাতীত ভাল ফল দেখুৱাৰ বাবে সকলোৱে চকুত পৰিল। শিলজুপুৰি গাঁৱত ই অদ্ভুত খবৰ। কিন্তু সি কলেজত পঢ়ে কেনেকৈ? পোন্ধৰ-বিশ টকাৰ বৃত্তিৰেতো কলেজৰ শিক্ষা লব নোৱাৰি! কাক সহায় বিচাৰিব? শিলজুপুৰিৰ অধিকাংশ মানুহেই দুখীয়া, কিন্তু সিহঁতৰ অন্তৰখন দুখীয়া নহয়। সিহঁতে ধান-সৰিয়হ ঘৰে ঘৰে তুলি পইচা গোটালে। মুকুলীক কলেজত দুবছৰ পঢ়ুৱালে। সিহঁতে সপোন দেখিলে,

মুকলী ডাঙৰ মানুহ হৈ সিহঁতক উদ্ধাৰ কৰিব, গাঁৱৰ গৌৰৱ বঢ়াব। সিহঁত আৰু আগৰ দৰে পৰৰ গচকত পৰি থাকিব নেলাগিব। কিন্তু সি আই. এছ-চি. পাছ কৰাৰ পিছতেই গাঁৱত নানা বিপদ-বিঘিনি হল। বানপানী হল, মাৰি-মৰক হল। খেতি নাশ হল। মানুহ জুৰুলা হল। সি দুবছৰ গাঁৱতে ৰল। মানুহৰ দুৰ্গতিৰ লগত মিলি গল। সিহঁতৰ লগতে লঘোনে থাকিল। সিহঁতৰ লগত লগলাগি অভাৱ-দৈত্যৰ লগত যুঁজিলে। সিহঁতক উপকাৰৰ প্ৰতিদান দিবলৈ চেষ্টা কৰিলে। বাৰে বাৰে ভাবিলে—এনেকৈ সিহঁতৰ মাজত থাকি জানো সিহঁতৰ উপকাৰ কৰিব পাৰি? সি সিহঁতকৈ ডাঙৰ হব লাগিব, ক্ষমতাশালী হব লাগিব, আনে তাক স্বীকৃতি দিব লাগিব; তেতিয়া হে সি সিহঁতৰ উপকাৰ কৰিব পাৰিব। সি এটা ডাঙৰ আঁচনি ললে। এই আঁচনি লোৱাৰ ফলত সি হয়তো শেষ হৈ যাব, নতুবা সিহঁতৰ জীয়াতু ভোগা জনতাৰ প্ৰতিভূ হৈ প্ৰতিক্ৰিয়াশীল শক্তিক বিকল কৰি তুলিব। সি প্ৰেৰণা পালে। এই প্ৰেৰণাৰ উৎস হল বহুত দুখীয়া মানুহৰ—ওপজাৰেপৰা দেখি অহা আপোন মানুহবোৰৰ—নিভাঁজ মৰম। এই পৰ্য্যন্ত সিহঁতে জীৱনৰ সৰ্ব্বনিম্ন উপভোগৰপৰাও বঞ্চিত হৈছে। অথচ সিহঁত জীয়াই আছে কাৰণেই শোষণকাৰীৰ দল জীয়াই আছে।

সি আকৌ পঢ়া-শুনা কৰিবলৈ মনস্থ কৰিলে। দুবছৰৰ পিছত মানুহ কোনোমতে পেটে-ভাতে খাব পৰা হল, জীয়ন দিয়া মাছৰ দৰে বৰ্ত্তি থাকিল। তথাপি সিহঁতে অলপ টকা গোটালে। এই টকাৰে কোনোমতেই নোজোৰে। সি দিক-বিদিকে শূন্য দেখিলে। ভাবিলে, এবছৰ ক'ৰবাত মাষ্টৰি কৰি জানো দুবছৰৰ পঢ়াৰ খৰচ জমাব পৰা যাব? কিন্তু মাষ্টৰি কৰা নহল। মাকৰ নৰিয়া টান হল। এসপ্তাহৰ পিছত হঠাতে বেছি হোৱাত ডাক্তৰ-কবিৰাজৰ বিদ্যা কামত নাহিল। মাক মৰিল। তাৰ এতিয়া তেজৰ আপোন বুলিবলৈ কোনো নৰল। কিন্তু সান্ত্বনা পালে: গাঁৱে তাক নিজৰ পুতেক বুলি ভাবিছে। গাঁৱৰ মানুহে মাকৰ কৰমটোও পাতিলে। তাৰপিছত শূন্য ঘৰখনত তাৰ অকণো মন নবহা হল। ওচৰৰ তিনিখন গাঁৱৰ ৰাইজে এইবাৰ টকা তুলিলে। কিছু টকা গোট খালে। কিন্তু সেই টকাৰে চাৰি-পাঁচ মাহমান হে জুৰিব। সি টকা লৈ চহৰ পালেহি। বিজ্ঞান পঢ়া বাদ দিলে। বি. এ. শ্ৰেণীত নাম লগালে। ঘৰুৱা শিক্ষক হল। দুবিঘা পৈতৃক মাটিও বেচিলে। অশেষ কষ্ট কৰি বি. এ. পাছ কৰিলে।



তাৰপিছত সি এটা চাকৰিও পালে। চিলঙত। দৰমহা মাহে ডেৰ শ মান টকা। কিন্তু সন্তুষ্ট নহল। চিলঙৰ স্বাস্থ্যকৰ বায়ুত যেতিয়া গাটো সজীৱ হৈ উঠে, তেতিয়া তাক বিবেকে দংশন কৰে। মনত পৰে শিলজুপুৰিলৈ। তাত চাগৈ এতিয়া পানী উঠিছে, মানুহ নাৱৰ ওপৰত আছে; পানী শুকাইছে, মানুহ ভোকত শুকাইছে। চিলঙৰ সাপৰ পিঠি যেন আলিয়েদি বিলাসী আৰামপুষ্ট মানুহৰ মটৰগাড়ী অহা-যোৱা কৰিছে, বিলাসী দোকানবোৰত অভাৱ বুজি নোপোৱা মানুহৰ ভিৰ হৈছে, পাইনৰ তলে তলে যৌৱনৰ আস্বাদ বিচাৰি দেহজ প্ৰেম, পৰকীয়া প্ৰেম আৰু সম্ভোগ-বাসনাৰ অসুস্থ বিকল্পই চোৰৰ দৰে আন্ধাৰত লুকা-ভাকু খেলিছে; বেছি অসংযমীক সাময়িক বীৰত্ব দিছে 'কাকিয়াতে'; স্বাভাৱিক মানুহক বান্ধি ৰাখিছে স্বাৰ্থই, চাকৰিৰ ভৱিষ্যতে আৰু জীৱন-বিমুখী জড়তাই। সেই চিলঙত তাৰ মনত পৰিছে, গাঁৱৰ জুপুৰি-ঘৰবোৰ, অৰ্দ্ধ-নগ্ন অশিক্ষিত মানুহবোৰ, সিহঁতৰ হা-হুমুনিয়াহ-বোৰ। সিহঁতে তাক পঢ়ুৱাইছিল। কিন্তু সি সিহঁতৰ কি কৰিছে? তেনেহলে আধুনিক শিক্ষাই তাক কপট কৰিছে, বিপদৰ মুখামুখি হব নোৱাৰা বিধৰ কাপুৰুষ কৰিছে?

চিলং তাৰ অসহ্য হল। ইয়াত জীয়াই থকাৰ গৌৰৱ সি অনুভৱ নকৰিলে। ইয়াত চাকৰি আৰু পদবীৰ সাময়িক অস্তিত্ব আছে, কিন্তু মানুহৰ অস্তিত্ব নাই। পাইন গছৰ, নিমজ পাহাৰৰ আৰু জল-বায়ুৰ প্ৰাণ নাই। মানুহৰ দেহ আছে, প্ৰাণ নাই।

সি কাম এৰিলে। মুক্তিৰ আনন্দ উপলব্ধি কৰিলে। ভাবিলে, সি খুব ভুল কৰিছিল। ডেৰশ টকাৰপৰা আৰম্ভ হোৱা পে-স্কেলৰ গণ্ডীত জীৱনক আবদ্ধ কৰি ৰাখিবৰ বাবে সি ইমান কষ্ট কৰা নাছিল।

তাৰপিছত তাৰ মনত খেলালে এটা কথা। শিলজুপুৰি, খলপীয়া, দেওৰা, কুসুম্বৰীক কেন্দ্ৰ কৰি নিশ্চয় জীৱন গঢ় দিব পাৰি। কাৰণ আনৰ জীৱনক কিবা এটা দিবলৈ চেষ্টা কৰাৰ বাহিৰে নিজৰ জীৱনক গঢ় দিয়া আন ভাল উপায় নাই। মাথোন তাক লাগে দৃঢ়তা, কৰ্ম্মত বিশ্বাস, আৰু নিৰ্লিপ্তি। মানুহক ভাল পোৱাটোৱেই ডাঙৰ মূলধন। উদ্দেশ্য আৰু কৰ্ম্ম-বিশ্বাসে মানুহৰ আত্মাক উন্নত কৰে। তেনে মানুহে ক্ষমতা নিবিচাৰিলেও ক্ষমতা পায়। খ্যাতি নিবিচাৰিলেও খ্যাতি পায়।...

কথাবোৰ পঞ্চমীক সি কৈছিল খুব আবেগেৰে। মাজে মাজে তাইৰ উপস্থিতিটো পাহৰি স্বগতোক্তি কৰা ভাৱৰীয়াৰ দৰে আপোনমনে কৈছিল। মাজে মাজে যেন চক্ৰবেহুত অভিমন্যুৰ বিলাপ হে!

পঞ্চমী অভিভূতা হৈছিল। চকুলো নিগৰিছিল।

"তুমি কান্দিছা ?"

"মোৰ যে যৌৱনীয়েই আছে। আপোনাৰ যে কোনো নাই।"

"এইবোৰ কথা নভবাই ভাল। মই ভাবোঁ—শান্তি পাবলৈ হলে মানুহে কেইটামান কথা ভাবিব নেলাগে।—নিজৰ বয়স, অতীত আৰু অতীতৰ ভুল।"

"আপুনি বাৰু আমাৰ স্কুলখন এৰি যাব নেকি ?"

"বোধকৰোঁ নেযাম। মোৰ ইচ্ছা, আমাৰ ফালে এখন হাইস্কুল পতাৰ। শিক্ষা নহলে সিহঁতক সদায় পৰে গৰকি ৰাখিব। সেই কাৰণেই অভিজ্ঞতা লাভ কৰিবলৈকে নতুনকৈ পতা স্কুল এখনত সোমালোঁ। তোমালোকৰ গাঁওলৈ মোৰ বৰ শ্ৰদ্ধা। এনে এখন গাঁৱত হাইস্কুল এখন পতা সঁচাকৈয়ে টান কথা। সেই কাৰণেই মই উৎসাহ পাইছোঁ। ইয়াত যদি হাইস্কুল আৰু ডাক্তৰখানা হব পাৰে, তেনেহলে শিলজুপুৰি অঞ্চলত কিয় নহব ? তোমাৰ খুৰাদেৰেৰালৈ মোৰ খুব শ্ৰদ্ধা হয়।"

"সিদিনা যে মানুহবোৰ আহিছিল! কথাটো কি হল ?"

"সিদিনা গাঁও পালোঁগৈ। প্ৰায় ডুশমান মানুহ লগত লৈ ৰাতিয়ে ৰাতিয়ে গৈ টাউন পালোঁগৈ। ডি. চি.ক লগ পালোঁ। তেওঁ পোনতে কথাকে শুনিব নোখোজে। পিছত নিজৰ পৰিচয় দিলোঁ। এতিয়াও মানুহৰ ইংৰাজী ভাষাটোলৈ ডাঙৰ দুৰ্ব্বলতা আছে। তেওঁ মোক পোনতে চহা মানুহ বুলিয়েই ধৰি লৈছিল। সেইবোৰ মানুহে পোছাকৰপৰা হে মানুহক বিচাৰ কৰে। মই ইংৰাজী কবলগীয়া হল। তেতিয়া হে তেওঁ মোক বিচাৰ কৰিবলৈ সুবিধা পালে। মই কলোঁ যে ৰাইজক উন্নতি কৰাৰ কোনো সুবিধা দিয়া হোৱা নাই। খাজনাৰ তুলনাত সিহঁতক একো দিয়া হোৱা নাই। যদি বাৰে বাৰে ৰাইজকেই এনেকৈ বঞ্চিত কৰিবলৈ ধৰে, তেনেহলে আমি সকলো ধৰণৰ চেষ্টা চলাম। আপুনি আমাক পুলিচৰ হতুৱাই মাৰি পেলাওক, কোৰোক কৰক, ঘৰ-দুৱাৰ ভাঙি পেলাওক। কিন্তু খাজনা নিদিম। আমাৰ সকলো তিক্ততা প্ৰকাশ কৰিম। এইবোৰ কথা কৈ থাকোঁতেই স্থানীয় এম. এল. এ.জন ওলালহি। তেওঁৰো



চিন্তা হল। এইবোৰ মানুহৰ ভোট পায়েই তেওঁ ৰাজনীতিৰ জীৱিকা চলাই চহৰত বিলাস কৰিছে। গতিকে বাধ্যত পৰি তেওঁ ৰাইজৰ ফলীয়া হবলগীয়া হল। ডি. চি.য়ে 'চেষ্টা কৰা হব' বুলি কলে। মই তিনি দিন টাউনতে থাকিলোঁ। পিছত গম পালোঁ যে হাজতত থকা মানুহকেইটাক খালাচ দিছে আৰু এবছৰলৈ বিলখন ডাকত দিয়া বন্ধ ৰাখিছে।"

## ॥ আঠ ॥

হাইস্কুলখন পোৱাৰ আগতে ডাঙৰ বাকৰি এখন পোৱা যায়। এসময়ত তাত গৰু-গাই মৰিলে পেলাইছিল। কাষত থকা শিমলু, চতিয়না আৰু ক'ৰৈগছত শগুন আছিল। এতিয়া আন অভাৱৰ লগে লগে দেশত খৰিৰো অভাৱ হল। এই গছবোৰ ট্ৰাকে ট্ৰাকে বিক্ৰী হৈ গল। এতিয়া এই ঠাই মুকলি। মৰাপাটৰ দাম বঢ়াৰ লগে লগে উৎপাদনো বাঢ়িল আৰু বেপাৰো বাঢ়িল। এইখন বাকৰিতে এখন হাট বহিল। হাটখন সপ্তাহত দুদিনকৈ বহে যদিও আন কেইদিন ঠাইডোখৰ উকা হৈ নেথাকে। ইয়াৰ সৰু সৰু ঘৰবোৰত আন কেইদিনো ঝাণ্ডি-মুণ্ডি বহে। অকৰ্ম্মণ্য ডেকা আৰু আন ঠাইৰ গুণ্ডা প্ৰকৃতিৰ লৰা গোট খাই থাকে। সিহঁতে জুৱা খেলে, পৰচৰ্চ্চা কৰে।

পোনতে মাষ্টৰণী সোমাই পঞ্চমী অকলে অকলে স্কুললৈ গৈছিল। মুকুলী অলপ আগত বা পিছত গৈছিল। কিন্তু হাটত জাক বান্ধি থকা লৰাবোৰে পঞ্চমীক দেখিলে কিবাঁলি পৰা হল, অভিমত ব্যক্ত কৰা হল। মাজে মাজে অশ্লীল দুই-এষাৰ উচ্চাৰণ কৰি হে শান্তি পোৱা হল। মুকুলীয়ে কথাটো লক্ষ্য কৰিছিল। এইডোখৰ বাট আহোঁতে পঞ্চমীয়ে বৰ আমনি পাইছিল।

সেয়ে হে এদিন স্কুল ছুটী হোৱাৰ পিছত মুকুলীয়ে সুধিলে, "পঞ্চমী, বজাৰৰ ওচৰত ছাতিটো আঁৰ দি যোৱা নহয় ?"

"তেনেকৈয়ে যাবলগীয়া হয়।"

"আগতে মোক নকলা কিয় ?"

"ভুয়ো লগালগিকৈ গলে, আৰু জোকায় বুলি ভয় হয় ।"

এইবুলি কৈয়ে তাই লাজতে নিলাজী বন হল। আগতেই যে তাইৰ মনোভাৱ ওলাই পৰিল। মুকুলীয়ে হাঁহি উৰাই দিলেহেঁতেন। কিন্তু হাঁহিব নোৱাৰিলে। লাজত তাইৰ মুখ ৰঙা পৰিছে, চকুযুৰিয়ে বেছিকৈ হে আবেদনৰ মায়াজাল তৰিছে। সি সেয়ে হে গহীন হৈ কলে, "মই লগতে যোৱা ভাল হব। সিহঁতে আন অভিমত দিয়াৰ উপৰিও সিহঁতৰ নিজৰ ধৰণেৰে প্ৰশংসাও কৰিব। এনেকুৱা ডেকাই চিঞৰি চিঞৰি প্ৰশংসাও কৰে। সকলোৰে সৌন্দৰ্য্যজ্ঞান আছে। সেইটো হে বিপদজনক। কাৰণ তুমি নিজৰ বিষয়ে সজাগ হৈ পৰিবা।"

পঞ্চমীৰ হিয়া উপচি পৰিল। তাইৰ বাৰে বাৰে সুধিবৰ ইচ্ছা হল—মই জানো ধুনীয়া ? কিন্তু নোৱাৰিলে। মুকুলীৰ পৰোক্ষ প্ৰশংসাই তাইক বেছি সজাগ কৰি তুলিলে।

বজাৰৰ কাষেৰে পঞ্চমী আৰু মুকুলী আহি থাকিল। থুপ খাই থকা বিজতৰীয়া ডেকাবাহে মাথোন পোন্দোৱাকৈ চালে হে ; ত-ৰাম-উত্তম-অধম একো নকৰিলে। পঞ্চমীৰ তালৈ প্ৰশংসা হল। খোজ দি আহোঁতে তাৰ-ফালে চাবলৈকে তাইৰ লাজ লাগিল। এনে সান্নিধ্য সঁচাকৈয়ে অভূতপূৰ্ব্ব। কি যাদু ! কথাবোৰ আপোনা-আপুনি সৰু সৰু হৈ যায়। মনটো আলোড়নৰ বোজাই গধুৰ কৰে। হিয়া উথলি উঠে। প্ৰকাশ-শক্তি বিকল হৈ পৰে।

বিভিটোৰ দূৰৈত সোণাই। ছুবেঁও নিলগত বালিচৰ। ঠায়ে ঠায়ে উদঙীয়া ম'হ আৰু গুৱালৰ জুপুৰি-পঁজা। বালিত চাকৈ-চকোৱাই প্ৰকৃতিৰ পূৰ্ণতাত অৱিহণা যোগাইছে। নৈত কাউৰী আৰু চিলনীৰ আৱাৰ।

"কিতাপবোৰে অলপ বশ মানিছে নে পঞ্চমী ?"

"অলপ ধৰিব পাৰিছোঁ।"

"বাৰু, তোমাক সকলোৱে পঞ্চমী বুলি মাতে নে ?"

"ওঁ।"

"এই নাম কোনে ৰাখিছিল ?"

"কব নোৱাৰোঁ। মই ওপোজা দিনা হেনো শুক্লপক্ষৰ পঞ্চমী তিথি।"

"এটা কথা। মাজৰ 'ঞ-ই চ-ই ঞ'টো বাদ দি মাতিলে তোমাৰ নামটো কি হব ?"



"পমী। কিন্তু অৰ্থ যে নহব।"

"বাদ্ দিয়া, অৰ্থ-চৰ্থ। মানুহৰ বহুত কামৰেই অৰ্থ নাই। এই নামটো যে কিমান সুৱলা !"

"এৱা, এতিয়া হে ভাবিছোঁ। কাৰো মগজত এই বুদ্ধি খেলোৱা নাছিল।"

দূৰৈত শৰৎ আৰু কনকক দেখা গল। পঞ্চমীৰ প্ৰথম চেতনা হল যে মুকুলীৰ উপস্থিতি আনৰ চকুত পোনপটীয়া নহব। তাই জোৰেৰে খোজ দিলে। মুকুলীয়েও ইচ্ছা কৰি লাহে লাহে ভৰি পেলালে। এটা চেতনা ! ৰঙা বোল লগা অনুভূতি ! পুৰুষ-প্ৰকৃতিৰ মধুৰ স্বীকৃতি !

"ইমান চিন্তা কৰি আছে কিয় ? বিপদ ?"

"বিপদ সদায়ে আছে। এতিয়া সহজ হৈ পৰিছে। বিপদ নেথাকিলে হে নিজক অকামিলা যেন লাগে।"

"তেনেহলে কি ভাবিছে ?"

"এটা চিন্তাই মোক অস্থিৰ কৰি তুলিছে। সিহঁতে মোৰ বহুত উপকাৰ কৰিলে। সিহঁতে নপঢ়ুৱা হলে, ময়ো সিহঁতৰ দৰে এচুকত পৰি থাকিলোহেঁতেন। কিন্তু মই শিক্ষিত হৈ এতিয়া এই ধাৰ কেনেকৈ সুজিম ? ভাবিছোঁ, পোনতে এখন ডাক্তৰখানা, তাৰপিছত আলি-পদূলি ; মাইনৰ স্কুল, হাইস্কুল ; উন্নয়ন খণ্ড, কৃষি বিভাগৰ অফিচ। এই আটাইবোৰ চিন্তাই মোৰ মগজ গৰম কৰিছে।"

"নিশ্চয় আৰু কিবা ভাবিছে।"

"আৰু অভিলাষ। মোৰ বহুত ডাঙৰ হবলৈ হাবিয়াহ আছে। মই শান্তি পোৱা নাই। মোৰ বহুত কৰিবলগীয়া আছে। মোৰ জিৰণি নাই। অভিলাষ সুখৰ বৈৰী।"

"বাৰু পমী, উদ্দেশ্য নোহোৱা জীৱনৰ কিবা মূল্য আছে নে ?"

"আছে। জীয়াই থাকিব পৰাটোও এটা উদ্দেশ্য। আমি আৰু ইয়াতকৈ বেছি ভাবিব নোৱাৰোঁ।"

"সেই কাৰণেই হয়তো তোমালোক সুখী হব পাৰিবা। খুব ভাল কথা। মই যে সুকীয়া হৈ পৰিলোঁ। মোক লাগে জীয়াই থকাৰ দৰ্প। ক্ষমতা

লাগে, খ্যাতি লাগে। বহুত কিবা লাগে। মোক দেখি, মোৰ আচৰণ দেখি তুমি কল্পনাই কৰিব নোৱাৰা যে মই বহুত কিবা বিচাৰোঁ।"

"এইবোৰকে ভাবি থাকে?"

"ভাবি আছোঁ—বিশেষ আঁচনি এখনৰ মাজেদি যাব নোৱাৰিলে মই শেষ হৈ যাম। জীৱন নষ্ট হবলৈ এটা ভুলেই যথেষ্ট। মৰামুৰা গাঁওবোৰে মোক বেছি হতাশ কৰিছে। মই যেন ইয়াত শামুকৰ খোলা হৈ পৰি আছোঁ।"

"এইবোৰ মই একো বুজি পোৱা নাই।"

"নোপোৱাই ভাল। অভিলাষে মানুহক মানুহ কৰি নথয়। নিষ্ঠুৰ কৰে। সিহঁতে জীৱন উপভোগ কৰিবলৈ নেপায়।"

"মুকুট আজিৰপৰা মোৰ লগত নেথাকে। সি হেনো ঘৰৰপৰা অহা-যোৱা কৰিব।"

"তেনেহলে ভাত কোনে ৰান্ধিব?"

"কোনো চিন্তা নাই। মই ভাল হে পাম। কত বছৰ নিজে ভাত ৰান্ধি খালোঁ! নিজৰ ঘৰটোত সোমায়ো যিটো মানুহ অকলে থাকিব লাগে আৰু ভাত ৰান্ধি খাব লাগে, সেইটো মানুহক মুকুটে ভাত বান্ধি দিয়া বা নিদিয়া একে কথা।"

"আপোনাৰ অসুবিধা নহয়?"

"ভাবিবলৈকে সময় নাই। মোৰ লগত যে তোমালোকৰ একো কথাই নিমিলে। বন্ধত ঘৰলৈ যাওঁ। কিন্তু ঘৰৰ ভিতৰৰপৰা মাত দিবলৈ কোনো নাই। নিজে তলা খোলোঁ। অকলে অকলে ঘৰটো চাফ কৰোঁ, ভাত ৰান্ধো। অকলে অকলে শুই পৰোঁ। কেতিয়াবা বৌলৈ মনত পৰে, কেতিয়াবা নপৰে। বৌ মৰাৰেপৰা ঘৰত থকা আৰু আঁতৰত থকা একে কথা।"

"উস্, আপোনাৰ যে কি অৱস্থা! মই ভাবিছিলোঁ, মোতকৈ আৰু দুখী কোনো নাই।"

"এনেকুৱা মানুহকে নিঠকুৱা বোলে। বুইছা পমী, এনেকুৱা নিঠকুৱা মানুহে নিজৰ এখন গোপন পৃথিবীত বাস কৰিব নেজানিলে জীয়াই থকাই টান হৈ পৰে। মোৰ এইখন পৃথিবী মোৰ নিজ-মনে গঢ়া। ইয়াত মোৰেই হে অস্তিত্ব আছে। কোনেও মোক ইয়াত থকাৰ অধিকাৰত বাধা দিব নোৱাৰে। মোৰ অভিলাষ স্বকীয়া, চিন্তা স্বকীয়া, ৰুচি স্বকীয়া। বেছ আছোঁ।"



"কিন্তু..."

"কিন্তু জীয়াই থকাটো নিৰ্ভৰ কৰে আপোন মনোভঙ্গীৰ ওপৰত।"

"কিয় হাঁহিছে?"

"তোমাৰ দুষ্টালি ধৰা পৰিছে। পিছে অঘৰীক সাঠণ লগাই লাভ নাই। তুমি কোন সময়ত এই কাণ্ড কৰিলা, পমী?"

"বৌ আৰু খুৰীদেউ শুই আছিল। তেতিয়াই পাকঘৰেদি সোমাই গলোঁ। হে ৰাম গোসাঁই। সাত ভাৰতৰ ইমানবোৰ কিতাপ পঢ়ে নে, আপুনি? বিচনাত কিতাপ, টেবুলত কিতাপ, ট্ৰাঙ্কত কিতাপ। কিতাপবোৰো আপোনাৰ গোপন পৃথিবীৰ অধিবাসী নেকি? সেই কাৰণেই ঘৰৰ সকলো বস্তুতকৈ ট্ৰাঙ্কটো ডাঙৰ!"

"কিতাপেই সকলো নহয়। কিন্তু সিহঁত বহুতো জীৱিত বস্তুতকৈ জীৱন্ত। সিহঁত আপদৰ বন্ধু। আজিৰ দিনত কথা পাতি, দেখি-শুনি-চাই কথা জনাৰ দিন উকলিল। মানুহবোৰ বেছি ব্যস্ত হল; বেছিকৈ নিজক লৈ ব্যস্ত থকা হল। মানুহৰ মনোভাৱ জানি লোৱা বেছি টান হৈ পৰিল। কিন্তু লগে লগে কিতাপবোৰে বেছিকৈ মনৰ কথা কোৱা হল; বেছি আত্মীয় হৈ পৰিল। আজিৰ দিনৰ কিতাপত কি কথা নো নেথাকে? কেনেকৈ কথা পাতিব লাগে, কেনেকৈ উশাহ লব লাগে, ভাত ৰান্ধিব লাগে, টকা ঘটিব লাগে—এনে ধৰণৰ বহুত ব্যক্তিগত কথা থাকে। কোনেও উপদেশ দিয়াৰ দৰকাৰ নপৰে। কিতাপৰপৰা সুবুদ্ধিও লাভ কৰিব পাৰি, দুৰ্ব্বুদ্ধিও পাব পাৰি।"

"দুৰ্ব্বুদ্ধি?"

"অঁ, দুৰ্ব্বুদ্ধি।"

"কেনেকুৱা?"

"ধৰা, এখন ৰাজনীতিৰ কিতাপ বা আইনৰ কিতাপ। ইয়াৰপৰা সুবুদ্ধিও পাব পাৰি, দুৰ্ব্বুদ্ধিও পাব পাৰি। অধিক সংখ্যক মানুহে দুৰ্ব্বুদ্ধি হে শিকিছে।"

"আৰু?"

"ধৰা, বাৎসায়নৰ কামসূত্ৰ। এইখন কিতাপৰ ইংৰাজীও ওলাইছে, অসমীয়াও ওলাইছে। তাত এটা অধ্যায় আছে, যিটো আধ্যায়ত শিৰোনামা দিব পাৰি—পৰস্ত্ৰীহৰণ।"

"পৰস্ত্ৰীহৰণ?"

"আৰু আনবোৰতো আছেই। বাৰু, তোমাৰ বয়স কিমান?"

"একৈশ।"

"তেনেহলে নিজক আহুতি দিছা—সমাজৰ কাৰণে, মানুহে উলিওৱা পুণ্যৰ কাৰণে। ঈশ্বৰৰ আঁচনিত আমি ভবা ধৰণৰ—পাপ-পুণ্য বোলা বস্তু এটা নাই। ঈশ্বৰৰ আঁচনি মাথোন এটা—জীৱ-জগৎ চলাই ৰখা। অৱশ্যে, যদি ঈশ্বৰ আছে।"

"মই একো বুজা নাই।"

"নুবুজা বুলি জানো। এতিয়া চাগৈ বুজিছে তোমাৰ মাৰাই। বুজিছিল চাগৈ মোৰ বৌৱে। সমাজৰ ব্যৱস্থাকে এটা সত্য বুলি ভাবি, তেওঁলোকৰ কি দৰকাৰ আছিল, এনেকৈ মৰাৰ দৰে থাকিবলৈ? তেওঁলোকৰ গোপন পৃথিবীত কিয় এইবোৰ ব্যৱস্থাই প্ৰভুত্ব খটুৱাইছিল? কিয় তুমি স্বাভাৱিক মনটো বান্ধি ৰাখিছা? কিয়? কিয়? উন্নতিৰ কাৰণে? নিৰাপত্তাৰ কাৰণে? উন্নতি আৰু নিৰাপত্তা বুলিলে কি বুজা? এই দুটা শব্দৰ বিশেষ অৰ্থ আছে?"

নিৰ্জন কক্ষত, মাক আৰু সুভদ্ৰাই ঘৰুৱা কাম কৰি থকা ঠাইৰপৰা ভালেখিনি নিলগত, গহীন গধূলি লেমৰ অনুজ্জল পোহৰত মুকুলীয়ে এই কথাখিনি কৈ তাইৰ বাহু দুখন ধৰি জোকাৰি জোকাৰি তাইৰ ফালে চাই ৰল। তাই তাৰ মুখৰ ফালে চাব নোৱাৰিলে। কোমল বাহুত তাৰ হাতৰ দৃঢ়তাই তাৰ ভাবৰ তীব্ৰতাৰ চিনাকি দিলে। এয়া যে সম্পূৰ্ণ নতুন অনুভূতি, আলোড়ন, উত্তেজনা, শিহৰণ, বজ্ৰপাতৰ স্পৰ্শ। তাই একেবাৰে লেতু-সেতু হৈ পৰিল। নিশ্চল দেহাটো তাৰ হাত দুখনৰ সৈতে তুলিবলৈ ধৰিলে। শেষত তাই অসুস্থ মানুহৰ দৰে সুধিলে, " 'তুমি' মোক··· ?" সি স্বাভাৱিক সুৰত কলে, "কব নোৱাৰোঁ।"

"মই হলে······।"

"ভাল লাগে বা ভাল দেখোঁ বুলি কোৱা, পমী। ভাল পাওঁ বুলি নকবা। তেতিয়া হলে মই তোমাৰ আপোন পৃথিবীত ব্যাঘাত কৰা হব।"

"কিয়?"

"এজন ডেকা গাভৰুৰ আপোন মনৰ ছবি হে। আচল মানুহটো চকুত নপৰে।"

"কাইলৈ 'আহিবা'?"

"পৰহিলৈ হে।"

"কিয়?"

"কাইলৈ, স্কুলৰ পইচা তুলিবলৈ যাব লাগিব।"



॥ ন ॥

মাজত এখন সাঁকো আছিল, এতিয়া নাই। ধূলি আৰু কুঁৱলী আছিল, এতিয়া সেয়া আঁতৰি গল। মনত ডাৱৰ আছিল। এতিয়া সকলো পৰিষ্কাৰ। তাইৰ উৰি ফুৰিবৰ মন গৈছে। ফুলৰ লগত কথা পাতিবৰ মন গৈছে। সোণাইৰ পাৰে পাৰে—লৰি লৰি ভাগৰি, বননিৰ গালিচাত নিৰলে শুই পৰিবৰ ইচ্ছা গৈছে।

শৰতৰ শীতল সন্ধিয়া। নিৰ্মেঘ আকাশ।

নদীৰ জুৰ বতাহ। জোনৰ পোহৰত সোণাই জিলিকিছে।

গোপন অৰণ্য। সকলো গোপন—নৈ, থাগৰি-কঁহুৱা, বতাহ, বনফুলৰ আকুলতা। তাইৰ মন গৈছে নৈলৈ নামি যাবলৈ, নিৰাভৰণ হৈ নৈত সাঁতোৰ দিবলৈ। আজি হে ভাব হৈছে,—তাই পৃথিবীৰ সৰ্ব্বোত্তম সুন্দৰী। এই যৌৱন, এই দেহা আন কাৰো নাই। কিন্তু কাৰ চকুত, কাৰ মনত, কাৰ কামনাত এই দেহে থলক লগাইছে? তেনেহলে তাই নিজক আহুতি দিছে অনিত্য পুণ্যৰ কাৰণে? তাই দিবা-সপোনত দেখিছে—তাই উলঙ্গ হৈ সোণাইৰ বুকুত চিলনী সাঁতোৰ দিছে। তিতা, পানীৰ টোপালে জিলিকাই ৰখা পূৰঠ দেহাটো চাই আকাশৰ জোনবায়ে হাঁহিছে, চৰাই-চিৰিকটিয়ে চাই কুৰুলি পাৰিছে। সোঁতত তাই উটি গৈ আছে, গৈয়ে আছে। কোনোবা অচিন মোহনাত পৰিছে। তাত আন কোনো নাই। সিন্ধুঘোটকৰ কাষত থিয় দি আছে এক পুৰুষ, উলঙ্গ কিন্তু সুন্দৰ। আৰু······?

চাৰি নল আঁতৰত ঘৰত সন্ধিয়াৰ হাই-উৰুমি বেছি হৈ পৰাত হে তাইৰ সম্বিত আহিল। বহুত পৰ হল। ঘৰত এতিয়া তাই কি বুলি কব?

উপায় বিচাৰি পালে। আন এটা বাটেদি তাই ঘৰৰ আগফাল পালেগৈ। চ'ৰা-ঘৰ সোমোৱাৰ লগে লগে মাকে সুধিলে, "ক'লৈ গৈছিলি ?"

"সৰুতৰাহঁতৰ ঘৰলৈ ?"

"নোসোধাকৈ ওলাই নেযাবি। মাষ্টৰক আজি পঢ়ুৱাবলৈ মাতিছিলি নেকি ?"

"অঁ, আজি অহাৰ কথা আছিল। ময়ে মাতিছিলোঁ।"

"তেওঁ আহি অলপ সময় থাকি গুচি গল। খুৰায়েৰৰ চাইকেলখন লৈ গৈছে।"

"ক'লৈ গল ?"

"শিলজুপুৰিলৈ। এটা বেয়া খবৰ পাইছে। সিহঁতৰ ওচৰৰ 'ৰিজাৰ্ভ'টোত ভগনীয়া বহিব। চৰকাৰে অনুমতি দিছে। দুই-এটা ভগনীয়া আহিলেই হেনো।"

গো-চাৰণ ভূমিত ভগনীয়া বহিলে গাঁওখনৰ কি অপকাৰ হব পাৰে তাই বুজি নেপালে। মাথোন মনটো শূন্য হৈ পৰিল। শৰতৰ এই সন্ধিয়াটোত সি তাইৰ মুখামুখিকৈ বহিলহেঁতেন। মুখেৰে আৰু সভ্য মানুহৰ ভাষাৰে প্ৰকাশ কৰিব নোৱাৰা বহুত কথা চকুৰে চকুৰে পলকে পলকে প্ৰকাশ পালেহেঁতেন। কথা পাতিলেহেঁতেন। কথাবোৰ গীত হলহেঁতেন। অনুজ্জ্বল লেমটোৰ আশে-পাশে থকা জুলীয়া এন্ধাৰবোৰে তাইৰ সোণবৰণীয়া অঙ্গে অঙ্গে ঢৌৰ খলক তুলিলেহেঁতেন। ৰাতিটো সাৰ্থক চিন্তাৰে, যৌৱনৰ পৰিপূৰ্ণতাৰে আৰু সৰস সনাতন কল্পনাৰে কটাই দিব পাৰিলেহেঁতেন। পুৱা গাটো দুৰ্ব্বল লাগিলহেঁতেন, চকুৰ পোৰণি উঠিলহেঁতেন। এই মধুৰ অসুস্থতাত তাই পুলক অনুভৱ কৰিলেহেঁতেন। যেন 'মুখ ইন্দু কোটি পৰকাশ' ৰুক্মিণী মাইৰ 'বিৰহ লাগি কহোঁ তনু ভৈলা খীণ'। ইয়ো যে ভাগ্যৱতীৰেই দশা !

তাই শুব নোৱাৰিলে। আকাশত জোনৰ দুপৰ। উঁই-চিৰিঙাই মাতিছে, কিন্তু হুদুৰেও মাতিছে। বনৰীয়া চৰাইৰ মধুৰ গুঞ্জনে আৰু চাকৈ-চকোৱাৰ চৰমানন্দৰ সমস্বৰে সোণাইপৰীয়া শাৰদী নিশাৰ নিস্তব্ধতা ভেদি নিস্তব্ধতা বেছি গভীৰ কৰি তুলিছে। নিস্তব্ধতাই ভাষা পাইছে। কিন্তু ফেচাই কুকুলিয়াইছে, ফেউৰাও মাতিছে। পোৱা-নোপোৱাৰ টনা-আঁজোৰাত তাই ব্যাকুল হৈছে

...'অকেলী মত যাউ ৰাধা যমুনাকে তীৰ'...



যদি তাই এতিয়া মনে মনে উঠি গৈ নৈৰ পাৰত বহি থাকেগৈ ?

...'নিৰাভৰণকে চলী আঁউ মে'......

চাদৰখনে, চোলাটোৱে আৰু থাৰুকেইপাতে ইমান আমনি দিছে কিয় ?

...'আম পকিবৰে বতৰ, মোৰ দেহা ঐ
পনীয়ল পকিবৰ বতৰ,
বিলৰে দলনিত বাঁহীৰ মাত শুনিলোঁ
গচকি ভাঙি যাওঁ যঁতৰ।'...

যদি এনে এটা ৰাতি মনে মনে উঠি গৈ সি শুই থকা বিচনাৰ কাষৰ বেৰখনত সৰু সৰু টোকৰ দিয়েগৈ ?

...মোৰ বয়স একৈশ। কবিয়ে ষোড়শীৰ কথা হে কয়। বয়স উলটি নাহে। গাভৰুকালটো এবাৰলৈ হে। সময়ে নিঠুৰ হাতেৰে দেহাটো লুটি পেলায়।...

খোৱা মানুহ দুপিয়াই দুপিয়াই গৈ থকাৰ দৰে সময়বোৰ গৈ থাকে। মুকুলীৰ কোনো খবৰ নাই। এদিন গল, দুদিন গল, দহ দিন পাৰ হল। স্কুলত পঞ্চমীয়ে হেড্‌মাষ্টৰৰ কটু অভিমত শুনিবলৈ পালে—'ক্লাচবোৰ অনৰ্থক ছুটী দিবলগীয়া হৈছে। মাষ্টৰে স্বৰাজ পালে স্কুল গুচি বজাৰ হব। গল যে গলেই, মোক খবৰ এটাও নিদিলে। মই হেড্‌মাষ্টৰ নে তেওঁ হেড্‌মাষ্টৰ! এইবাৰ আহক। তেওঁ যদি কাম কৰে আৰু কমিটিয়ে একো নকয়, তেনেহলে মই ইস্তফা দিম।'

মেনেজিং কমিটিৰ দুই-একে মুকুলীৰ কথা গম পালে। তাৰে এজন হল নন্দী ঠিকাদাৰ। তেওঁ কলে, "বগা ভাত দেখিলে কাউৰীৰ আকাল আছে নে ? ঘৰ-দুৱাৰতকৈ মাষ্টৰ ডাঙৰ নহয়। ঘৰ-দুৱাৰ ভাল দেখিলে খবৰ নকৰাকৈয়ে ভাল ভাল মাষ্টৰ ওলাবহি।"

সকলোৱে দোষ দিলে ভৰত শইকীয়াক। তেওঁ একো অভিমত নিদিলে। এদিন মাথোন পঞ্চমীক কলে, "মোৰ গাঁৱৰ কাৰণে মই খাটিছোঁ। তাৰ গাঁৱৰ কাৰণে সিও খাটিবৰ অধিকাৰ আছে। সি যিটো সমস্যাৰ কাৰণে গৈছে, সেইটো সমস্যা অকল শিলজুপুৰিৰ সমস্যাই নহয়, সকলো অসমীয়াৰে সমস্যা। স্কুল ভাগি যাওক, কিন্তু অসমীয়া মানুহ বাচক। তাক আৰু শিলজুপুৰিৰ মানুহক সহায় কৰিব নোৱাৰাটো আমাৰ কাৰণে হে লাজৰ কথা হৈছে। আমি সকলোৱেই ইয়াত কাপুৰুষৰ দৰে বহি আছোঁ।"

তেৰ দিনৰ মূৰত মুকুলী ওলালহি। পোনেই স্কুললৈ গৈ হেড্‌মাষ্টৰক ক'লে, "মোক এইকেইদিনৰ দৰমহা নেলাগে। হিচাপত বাদ দি থব।"

"কিন্তু ববা, চাৰ্ভিচ কণ্ডিশ্বন্......"

"বাদ দিয়ক চাৰ্ভিচ কণ্ডিশ্বনৰ কথা। এইখন ভেন্‌চাৰ্ হাইস্কুল। টকা নোহোৱা হলেই এই গাদী উৰি যাব।"

"কিন্তু এতিয়া স্কুলখন ভালকৈ চলি থাকিলে হে পইচা পাম! আপোনালোকৰ দৰে মানুহ থাকিলে চৰকাৰৰ ধৰৱপৰা টকা পোৱা নহব।"

"হেৰি বৰ্মণ, আপুনি জানো স্কুলৰ কথা চিৰিয়াচ্‌লি ভাবে? ব্লক্ ডেভেলপ্‌মেণ্ট অফিচাৰৰ কাৰণে দৰখাস্ত কৰাৰ কথা মই জনা নাই বুলি ভাবিছে? এয়ে আপোনাৰ স্কুলৰ প্ৰতি মৰম? কিন্তু মই ইচ্ছা কৰিলে চৰকাৰৰ সহায় নোলোৱাকৈয়ে স্কুলখন টনকিয়াল কৰিব পাৰোঁ।"

বৰ্মণ হেড্‌মাষ্টৰে একো মাতিব নোৱাৰিলে। অপ্ৰস্তুত হ'ল। তেওঁ জানে যে সোণাইৰ পাৰৰ আটাইকেইখন গাঁৱতে মুকুলীৰ অশেষ প্ৰভাৱ।

স্কুল ছুটী হোৱাৰ পিছত পঞ্চমীয়ে মুকুলীক লগ পাবৰ চেষ্টা কৰিলে। সি কিন্তু আন কেইটামান মাষ্টৰৰ লগত দেশৰ বিষয়ে আলোচনা কৰাত ব্যস্ত। সি বৰ উত্তেজিত। বাটত সি তাইক লগ ধৰেহি বুলি তাই লাহে লাহে আহি থাকিল।

হাটখনৰ ওচৰত কেঁকুৰিটোত সি তাইক লগ ধৰিলেহি। সি খুৱায়েকৰ চাইকেলখন লৈ গৈছিল বুলি তাই পাহৰিয়েই আছিল। সি চাইকেলৰপৰা ঘপহ কৰে নামিল। সি খুব উলাহেৰে মাতিলে, "পমী দেখোন! তেনেই পৰীৰ দৰে খোজ!"

তাই অভিমানৰ ভাব দেখুৱালে। তাইৰ অভিমানৰ অভিনয় দেখি সি আৰু বেছি আমোদ পালে। সি ক'লে, "মে মাঞ্জি হামু বেদনিধি। তোহা নিমিত্ত আকাশক চন্দ্ৰ আনি দিত্তে পাৰোঁ।" তাইৰ মুখখন করুণ দেখা গ'ল। চকু চল্‌চলীয়া হ'ল। তাৰ ৰসিকতাত তাই সঁহাৰি নিদিলে যেতিয়া কথা গহীন। সি বুজি পালে। বেথা উপজিল। অন্তৰত মধুৰ আঘাতৰ সুখানুভূতি। সি ভাবিলে, তাইৰ মনটো পাতল কৰিব লাগিব। সেয়ে হে হঠাতে মুখখন তাইৰ এহাতৰ আঁতৰত ৰাখি হাঁহি হাঁহি চাই ক'লে, "বিৰস বদন কেন সজল নয়ন। মুখ ওলোমাই, মাঞ্জি, কান্দা কি কাৰণ!!"



সাইলাখ বেদনিধি বাপুৰ অঙ্গি-ভঙ্গি। তাই ফিচিক্ কৰে হাঁহি পেলালে। ক'লে, "এস্, বৰ ভাৱৰীয়া ওলাইছে।"

"নেমাতা?"

"নেমাতোঁ।"

"তেনেহলে উত্তৰ দিছা কিয়?"

তাই এইবাৰ খোলোচাভাৱে হাঁহিলে। চাদৰখনে আগফালে ব্লাউজৰ আধাতকৈও বেছি অংশ সামৰা নাছিল। অসাৱধান চাদৰখনে বুকুৰ ঢৌৰ লগত ধেমালি কৰিছিল। তাই স্বাভাৱিকভাৱে অৰ্থাৎ অকণো লাজভাৱ নেদেখুৱাই চাদৰখন সামৰি ল'লে।

"তুমি বাৰু ক'লৈ গৈছিলা?"

"বহুত কথা। পিছত ক'ম। বতাহটো গাত লাগিছে নহয়! গাটোও জীপ ধৰি উঠিছে। আবেলিটো নষ্ট নকৰোঁ।"

"ভগনীয়াবোৰ তেনেহলে নাহে?"

"তেনেহলে এই খবৰ তুমিও ৰাখিছা! মাথোন অনুভৱ নকৰে শিক্ষিত মানুহবোৰে, ধনী হৈ প্ৰতাপ দেখুওৱা স্বাৰ্থপৰ মানুহবোৰে। হেড্‌মাষ্টৰে নুবুজে, নন্দী ঠিকাদাৰে নুবুজে। আৰু বহুতেই। হয়তো অসমীয়া মানুহবোৰেই এনেকুৱা।..."

ঘৰত ভৰত শইকীয়াও আছিল। সকলো তাৰ ওচৰত গোট খালে। গুণীতৰা, সুভদ্ৰা আৰু আনকি শৰত-কনকো। মুকুলীৰ কথা সিহঁত সকলোৱেই মনোযোগেৰে শুনি গ'ল:

কাঠফুলা বৰি নামৰ গোচাৰণ-ভূমিয়েই দেওবা, খলপীয়া, শিলজুপুৰি আৰু কুসুম্বৰীৰ মানুহৰ আশ্ৰয়ৰ স্থল। চৰকাৰে বান-নিয়ন্ত্ৰণৰ ব্যৱস্থা হাতত লৈছে যদিও, এইফালে মাহীআইৰ দৃষ্টি। আন ঠাইতো টকা হে পানী হৈছে, পানীৰ প্ৰকোপ কমাব পৰা নাই। বাৰিষা এইবোৰ ঠাইত নৰকৰ অৱস্থা। বানপানী আহে। মানুহে ঘৰৰ ভিতৰত চাং-পাতি থাকি তৰণি নেপায়। বামত উঠিব নোৱাৰি গৰু-গাই মৰে। খৰ-সোঁতত কোনোবা হেৰাই যায়। প্ৰতি বছৰেই প্ৰলয়। সেই সময়ত কোনো সিহঁতৰ খবৰ লবলৈ নাহে। সিহঁত লঘোনে থাকে। এবাৰ নিঃস্ব হৈ পিছৰ বছৰ আকৌ বাহুৰ বল গোটায়। বিপদত

সিহঁতৰ একমাত্র আশ্রয় হল কাঠফুলা বৰি। এই বৰিটো বহুত ঠাই জুৰি আছে। দেওবা পথাৰতকৈ অলপ হে কম। বেছ ওখ ঠাই। বানপানীয়ে ইয়াৰ দাঁতিবোৰ হে ছুই যায়। দ' গাঁওকেইখন পানীত ডুবিলে মানুহ-দুহ, গৰু-গাই ইয়াতে উঠেহি। কেঁচুৱা, পোৱাঁতী তিৰোতা, বেমাৰী, নিশকতীয়া বুঢ়া-বুঢ়ীৰ ভিতৰত বহুতেই মৰিব পাৰে, কিন্তু পানীত মৰিবলৈ নেপায়। অৱশ্যে লঘোনতে ছই-এক মৰে। কাৰণ, ইয়ালৈ সাহায্য নাহে। বাহিৰা পৃথিৱীখনে ইহঁতৰ খবৰ নলয়। তথাপি পৰস্পৰৰ সহায়-সহযোগত সিহঁত বাচি থাকে —শুকান মাটিত ভৰি দিবলৈ ঠাই এখন আছে কাৰণেই। গৰু-গাইৰ কাৰণেও চিন্তা কৰিবলগীয়া নহয়। দলনি তল যায়। ধাননি তল যায়। কিন্তু কাঠফুলা বৃৰিৰ ঘাঁহবোৰ বাৰিষা সজাল ধৰি উঠে। গৰু-ম'হ বঢ়িয়া হৈ পৰে। সেইকাৰণেই পানী শুকুৱাৰ লগে লগে খেতিয়কে একাঁঠু পানীত হাল বাই বোকা কৰি শালিধান বোৱাৰ সপোন দেখে। কিন্তু গৰু-ম'হক কাঠফুলা বৰিয়ে আশ্রয় নিদিয়াহেঁতেন, সিহঁত মৰি-জহি উটি গলহেঁতেন। মাজুলীৰ বিৰিণাবাৰী আৰু হালধিআটীৰ অৱস্থা হলহেঁতেন (তাত মানুহকো পানীয়ে লয়, গৰু-ম'হ এটাও নেবাচে।) সেইকাৰণেই দেওবা, খলপীয়া, শিলজুপুৰি আৰু কুসুমবৰীৰ মানুহে শালি খেতি কৰিব পাৰে। গৰু-ম'হ কিনিবৰ কাৰণে মহাজন বা চৰকাৰৰ ওচৰত হাত পাতিব নেলাগে।

কিন্তু এতিয়া সেইখন কাঠফুলা বৰিতে ভগনীয়া বহুৱাৰ খুজিছে। বহুত ভগনীয়া। প্রায় এহেজাৰ পৰিয়াল। দেশ ভাগ ভাগ হোৱা কেবাবছৰো হল। এতিয়া আকৌ ক'ৰপৰা ভগনীয়া আহিল। সিহঁত দুষ্ট। মাজে মাজে পাকিস্তানে হিন্দু মানুহৰ ওপৰত অত্যাচাৰ কৰিছে বুলি ভাগি আহে, আৰু ইয়াত আহি গোঁজেই গজালি হয়হি। চৰকাৰৰপৰা বহুত বহুত ধাৰ পায়। মাটিও পায়। ধাৰৰ পইচাৰে ইলীহ মাছৰ জোলৰ জুতি লবলৈও পায়, ঘৈণীয়েকৰ কাৰণে তাঁতৰ শাৰীখন লৈও বহুদিনীয়া হেপাহ পুৰায়। তাৰোপৰি বেপাৰ-বেহানি আৰু খেতি-পথাৰ কৰিবলৈকো পইচা পায়। অলপ দিনৰ ভিতৰতে সিহঁতে খিলঞ্জীয়া মানুহক চেৰ পেলাই বাবু হৈ পৰে, আৰু খিলঞ্জীয়া মানুহক আনকি চাকৰ খটুৱাব পৰা হয়। এইখিনি সুবিধা লবলৈকে সিহঁত ভগনীয়া হয়হি। সিফালে হেনো পাকিস্তানতো অঙহী-বঙহী এৰি থৈ আহে। সিহঁত দুতলীয়া, অতি দুষ্ট। পাকিস্তানত জানো হিন্দু মানুহ নাই। ইহঁত



ইমান বছৰ থাকিব পাৰিলে যদি এতিয়া আহিল কিয়? সিফালে পাকিস্তানত বহুত হিন্দু ধনী মানুহ আছে। সিহঁতে ধৰ্মৰ বিদ্বেষৰ কথা কৈ ফুৰিবৰ প্রয়োজন নহয়।

কাঠফুলা বৰিত ভগনীয়া বহুৱাৰ বহুত কথা। অহাবাৰলৈ নিৰ্ব্বাচনৰ সমষ্টিবোৰৰ এলেকা সুকীয়া সুকীয়া হব। নিৰ্ব্বাচনত উঠিবলৈ বিচৰা প্রতাপী নেতাৰ সুবিধামতে এলেকাবোৰ ভাগ ভাগ কৰা হৈছে। এইকেইখন গাঁও যি সমষ্টিত পৰিব, সেই সমষ্টিৰপৰাই এজন মন্ত্রী উঠিব। তেওঁ ভগনীয়াক কৈছে, 'তহঁতে মোক ভোট দিব লাগিব। নহলে পিছদিনাই ইয়াৰপৰা উঠাই দিম।' সেইকাৰণেই ধৰি লব পাৰি যে অসমীয়া মানুহে অসমীয়া মানুহৰ যিমান শত্রুতা শালিছে—আৰু আনে যি অপকাৰ কৰিছে, সেই অপকাৰ এই শত্রুতাৰ তুলনাত সামান্য। নগাঁৱলৈ কত বিদেশী আহিছে! মৈমনচিঙীয়া, কেঞা, বঙালী, দেছোৱালী—আটাইবোৰ। কিন্তু কাৰ সহায়ত? সেইবোৰ মানুহ ইয়াত থাকি চাবেক হৈছে। চাবেক হোৱাৰ স্বীকৃতি পাইছে। কিন্তু অসমীয়া হব পাৰিছে জানো? সিহঁতে কোনো ঐতিহ্য লৈ অহা নাই। তথাপি, সিহঁতে জানো আমাক হেলা কৰিবলৈ এৰিছে? কৃতজ্ঞতা স্বৰূপে সিহঁতে আমাৰ লগত মিলি যাবলৈ কি চেষ্টা কৰিছে?

পোনতে কাঠফুলা বৰিত পাঁচটা পৰিয়াল উঠিলহি। গাঁৱৰ মানুহবোৰো জলক দি উঠিল। সিহঁতেও কাকী, সান্দহখোৱা আদি ঠাইত মাটি বিচাৰিছিল। (কাৰণ বৰ্ত্তমানৰ খেতিয়ে বাঢ়ি অহা লোকসংখ্যাক খুৱাব নোৱাৰা হৈছে।) কিন্তু ক'তো মাটি নেপালে। সেয়ে হে সিহঁতৰ ওচৰৰ বৰিটোত ভগনীয়া খুঁটি পুতি বহিবলৈ অহা দেখি চকুৰ টোপনি হৰিল। ক্রোধ আৰু প্রতিশোধে যুক্তিৰ সীমা চেৰাই গল। পোনতে অহা পাঁচটা পৰিয়ালক মাৰ-ধৰ কৰি খেদি পঠিয়ালে। তাৰপিছত হে মুকুলীলৈ খবৰ পঠিয়ালে।

মুকুলীয়ে আগৰ দৰে বহুত মানুহ গোটাই বৰচাহাবৰ কাষ পালেগৈ। এইবাৰ বৰচাহাবে আগৰ দৰে উদ্গুণালি নেদেখুৱালে। নম্রভাৱেই কলে, "এয়া চাওক—মিনিষ্টাৰৰ অৰ্ডাৰ। আমি কি কৰিম?" মুকুলীয়ে অৰ্ডাৰখন পঢ়িলে আৰু বেছি হতাশ হল। সেইখন যেন ছাব-মোহৰ মৰা চৰকাৰী কাগজ নহয়, অসমীয়া মানুহক লুটিয়াই-বাগৰাই ভাজিবলৈ আয়োজন কৰা এটা তপত কেৰাহী হে। সিদিনাই বাৰটা মুখিয়াল মানুহ লগত লৈ চিলং

পালেগৈ। মন্ত্ৰীজনাই সুধিলে, "তোমালোক অকাৰণত কিয় আহিছা? তোমালোকৰ নিজৰ মাটিতো বেদখল কৰা নাই।" তাৰপিছত বিদ্ৰূপেৰে হাঁহিলে। যেন পাশা-খেলত শকুনিৰ হাঁহি হে। আকৌ কলে, "তুমি, মুকুলী হবলা ইয়াৰ নেতা!"

"মই আপোনাক ব্যক্তিগতভাৱে দেখা কৰিবলৈ অহা নাই। আমি আহিছোঁ চাৰিখন গাঁৱৰ ৰাইজৰ হৈ।"

"বেছ কথা। এস্, বয়স কম নহয়! টিঙিচ্ কৰে খংটো উঠে। এৰা, মোৰো তোমাৰ বয়সত এনে এটা খং আছিল। কিন্তু তেতিয়া চাহাবৰ দিন নহয়, সেয়ে হে এনেকৈ মন্ত্ৰীৰ আগত মুখামুখিকৈ খং দেখুওৱাৰ সুবিধা নেপালোঁ। তুমি বোলে মানুহক খাজনা নিদিবলৈ কৈছা? অ' তাহানিৰ আমাৰ বুদ্ধিটোকে লৈছা! পিছে ভাল বুদ্ধি নহয়। দেশখন যে এতিয়া আমাৰ হে। টকাবোৰতো বিদেশলৈ নেযায়।"

"কিন্তু আমি যিমান খাজনা দিওঁ, সেই অনুপাতে জানো আমাৰ কাম হৈছে? বৃটিচৰ দিনতকৈ বেয়া হে হৈছে দেখোন। আনবোৰ ঠাইত কাম হলে আমাৰ কি লাভ?"

"হব হব, সকলো হব। লাহে লাহে সকলো সমান হৈ যাব। তিনি বছৰ এম. এল. এ. হৈ থাকোঁতেই গল। বিশেষ কামকৰিবলৈ সুবিধা নেপাই, এইবাৰ মন্ত্ৰীয়ে হৈ পৰিলোঁ। এতিয়া সেইফালে চকু দিয়া যাব।"

"কিন্তু এতিয়া ভগনীয়াৰ কথাটো কি কৰিলে?"

"তাত মোৰ হাত নাই। দিল্লীৰ আদেশ।"

"কিন্তু আপোনালোকেতো যুক্তি দি কিবা এটা কৰিব পাৰিলেহেঁতেন।"

"সেইবোৰ বহুত কথা। তুমি লৰা মানুহ। নুবুজা। আমাৰো কিছুমান কথাত হাত-ভৰি বন্ধা।"

মন্ত্ৰীয়ে খুব ব্যস্ততা দেখুৱালে। তেওঁক আজৰি কৰি দিলেই যেন সকাহ পায়। তেওঁ আন কথা পাতি ভগনীয়াৰ কথাটো তল পেলাবলৈ খুব চেষ্টা কৰিলে। মিঠা কথা কলে যদিও, সমস্যাটো সমস্যা বুলিয়েই নেভাবিলে। সেয়ে হে মুকুলীৰ খুব খং উঠি গল। কলে, "ৰাইজেই আপোনালোকক ডাঙৰ কৰিছে। ৰাইজ মৰিলে আপোনালোকো নেবাচে। অসমীয়া মানুহবোৰ এই পৰ্য্যন্ত নিচেই পৰি মৰা হৈ থকা নাই কাৰণেই আপুনি অসমীয়া মন্ত্ৰী



হৈছে। কিন্তু পিছৰ পুৰুষক কি দি যাব? সিহঁতে আপোনাক ক্ষমা কৰিব নে?"

মন্ত্ৰীৰ খং উঠিলেও মুখত হাঁহি হাঁহি ভাব এটা লৈ থাকে। এইবাৰ কিন্তু তেওঁৰ ধৈৰ্য্যৰ সীমা পাৰ হল। এবাৰ ঘপহ কৰে থিয় হল। ফাইল এটা দাঙি আন ঠাইত জোৰেৰে থলে। ফোনটো দাঙি জোৰেৰে পেলাই থলে, আৰু প্ৰায় চিঞৰি কোৱাৰ দৰে কলে, "মোৰ আৰু কাম আছে। এই ড্ৰাইভাৰ, গাড়ী···"

সিহঁত গুচি আহিল। কাঠফুলা বৰি বিজাৰ্ভৰ সমস্যাটো আগতকৈ বেছি গুৰুতৰ হৈ পৰিল।

মুকুলীৰ কথা শুনি ভবত শইকীয়া উত্তেজিত হৈ পৰিল। পঞ্চমীও বিমূঢ়। মুকুলীৰ অন্তৰত এনে একুৰা জুই আছে বুলি তাই আগতে জনা নাছিল। তাৰ কি দুৰ্দ্দান্ত সাহস! মন্ত্ৰীৰ লগতো তৰ্ক কৰিব পাৰে! মন্ত্ৰীকো সি সতৰ্ক কৰি দিব পাৰে! এয়ে পৌৰুষ!

ভবত শইকীয়াই ৰাইজৰ কাম কৰে যদিও কোনো নিৰ্দ্দিষ্ট চিন্তাধাৰাৰ বশবৰ্ত্তী নহয়। ৰাজনৈতিক দলৰ প্ৰতিও কোনো পক্ষপাতিতা নাই। মাথোন ৰাইজৰ কাম হলেই তেওঁ সন্তুষ্ট থাকে। তেওঁ সমাজসেৱী হে। ৰাজনীতি কি বস্তু তেওঁ নেজানে। কূট-বুদ্ধি নাই। আছে মহৎ আন্তৰিকতা। তেওঁৰ নেতা হোৱাৰো ইচ্ছা নাই, আৰু এতিয়াৰ দিনত এনে মানুহ নেতা হোৱাও টান। তাৰ প্ৰধান কাৰণ হল, তেওঁ নিজে ভাল হোৱাৰ কাৰণে আনকো ভাল দেখে। কিন্তু মুকুলীৰ ব্যক্তিত্ব গতিশীল। সি সমাজ-সেৱা কৰে। কিন্তু দেশ-সেৱাৰ চতুৰালিও বুজে। সেইকাৰণে উত্তম ছেগ একোটাৰ পূৰ্ণ ব্যৱহাৰ কৰিবলৈ পিছ নোহোঁহকে। সি আচল সময়তে উত্তম সিদ্ধান্ত কৰিব পাৰে। সেইকাৰণেই সি জন-নায়ক হব পাৰিব। এতিয়াও সি এই এবছৰৰ ভিতৰতে সোণাইৰ সিপাৰৰ ন-দহখন গাঁৱৰ মাজত নেতা। তাৰ মতেই সেইবোৰ গাঁৱৰ ৰাইজৰ মত। ইমানতেই যেন মুকুটবিহীন সম্ৰাটৰ ক্ষমতা। আৰু, তাৰ অভিলাষো আকাশ-চুম্বী। কিন্তু এই অভিলাষত ব্যক্তিগত আকাঙ্ক্ষাৰ মাত্ৰা কম।

ভবত শইকীয়াই সুধিলে, "তেনেহলে কি কৰা হব?"

সি কলে, "সিপাৰৰ মানুহখিনিক কোৱা হৈছে। সিহঁত দলে দলে আহিব। আপুনি ইয়াতে, মানে সোণবৰিয়ালত মানুহক একগোট কৰিব লাগিব। মিটিংখন ইয়াতে হব। হাট বহা বাকৰিখনতে। এইটো কেৱল শিলজুপুৰি বা কুসুম্বৰীৰে বিপদ নহয়। এনে বিপদ সমূহ ৰাইজৰে। সকলো অসমীয়াৰে। আমি কঁচু-শাকৰ ভেটিত আছোঁ।"

"সোণবৰিয়ালত কিয় মিটিংখন পাতিবলগীয়া হল? সিপাৰৰ মানুহৰ অসুবিধা নহব জানো?"

"তাৰ কাৰণ দুটা—। টাউনৰ বাতৰি যোগনিয়াৰকো খবৰ দিয়া হৈছে। এইবোৰ কথাৰ প্ৰচাৰৰ দৰকাৰ। ইয়াত মিটিংখন হলে সকলোৰে ভাবিব যে কাঠফুলা বৰিব, বাৰ-চৈধ্য মাইল আঁতৰতো ভগনীয়া বহুৱাৰ বিষয়ে আপত্তি হৈছে।"

"এৰা, বঢ়িয়া বুদ্ধি! মই তেনেহলে এই তিনিখন গাঁৱত কথাটো জনাই দিম।"

গুণীতৰা আৰু সুভদ্ৰাই মুকলীৰ কথা কোৱাৰ ধৰণ দেখি আচৰিত হল। তাৰ বৰ দুখ। বাতি সিহঁতৰ তাতে ভাত খাবলৈ তাক ধৰিলে। সি সম্মত হল আৰু কলে, "আপোনালোকৰ মৰম পায়েই ইয়াত মূৰটো সুমুৱাই শান্তি পাইছোঁ। কিন্তু ইয়াত মোক ৰাইজে ৰাখে নেৰাখে ঠিক নাই। বোধকৰোঁ কাম কৰা নহব। এনেকৈ স্কুল খতি কৰিলে কোনেও সহ্য কৰিব নোৱাৰে।"

ভৰত শইকীয়াই মুকলীৰ মনৰ ভাব বুজি পালে। অলপ পৰ মনে মনে থাকি কলে, "আৰু এবছৰলৈ আপুনি চিন্তা নকৰিব। আমি সকলো সুবিধা দিম। বোধকৰোঁ এই বিপদটো পাৰ হোৱাৰ পিছতেই আপুনি মুকলি-মূৰীয়া হব পাৰিব।"

"একো ধৰিব নোৱাৰি। বিপদ অকলে নাহে।"

গধূলি ভাত খাবলৈ আহোঁতে পঞ্চমী তাৰ বেছি ওচৰ চাপি ফুচ্‌ফুচাই সুধিলে, "আজি পঢ়ুৱাবলৈ জানো তোমাৰ মনটো ভালে আছে?"

সি কলে, "মনটো ভালে ৰাখিবলৈ চেষ্টা নকৰিলে দেখোন বাতি টোপনিয়েই নাহিব। মোৰোতো কূট-বুদ্ধি কম নহয়। গালি খায়ো হাঁহি থাকিব পৰা হৈছোঁ। মন্ত্ৰীজনৰপৰা শিকিবলগীয়া বস্তু কেৱল এইটো হে আছে। পিছে, আজিনো পঢ়াবলৈ ক'ত সময় হব?"



"আজি জিৰণি লোৱা। তুমি খোৱাৰ পিছত বহুত ৰাতিলৈকে পঢ়ি থাকা যেন পাইছোঁ।"

"সেইটো মোৰ পুৰণি অভ্যাস। তুমি কেনেকৈ জানিলা?"

"মোৰ পঢ়া-কোঠাটো সুকীয়া কৰিলোঁ। তাৰপৰাই তোমাৰ ঘৰটোত লেমৰ পোহৰ দেখি থাকোঁ।"

"মই যদি মনে মনে আহি তোমাক ভয় খুৱাই দিওঁ?"

"নোৱাৰা দিব। তোমাৰ ইমান সাহস হব নোৱাৰে। মই কিন্তু তোমাক ভয় খুৱাব পাৰোঁ।"

"ইমান সাহস! কাইলৈ স্কুল নাই। জগদ্ধাত্ৰী পূজা। দুপৰীয়া মই অকলে গুই থাকিম। তেতিয়া যদি তুমি মোৰ ওচৰলৈ আহিব পাৰা, তেতিয়া হে দেখিম, তুমি কিমান সাহসী! পিছত কম—এসময়ত এজনী ছোৱালী আছিল, তাইৰ বৰ সাহস। দিন-দুপৰতে চম্বলৰ পুতুলীবাঈৰ দৰে ডকাইতি কৰিব পাৰিছিল।"

দুয়ো হাঁহিলে। পঞ্চমীৰ মনত বিজুলী জিলিকিল। 'এওঁ এয়া ইঙ্গিত দিছে, নে কব লাগে কাৰণেই কৈছে? নিশ্চয় এনেয়ে কোৱা নাই। মন জুখিছে।'

"মিটিঙৰ কাম নাই জানো?"

"মোৰ কাম কৰিলোঁ। এইফালৰ মানুহ গোটোৱাৰ কাম খুৰাদেৱৰ ওপৰত।"

"তেনেহলে কাইলৈ জিৰণি লবা?"

"নললে দেহা নৰয়।"

কাতি মাহৰ দুপৰীয়া। খাৰণিৰ চোক যেন ৰ'দ। গাঁও নিজম। ধান দাই খাবলৈ আহি মুনিহ-তিৰোতা আকৌ পথাৰলৈ গৈছে। পৰিয়ালে পৰিয়ালে এজনীকৈ তিৰোতা আছে লৰা-ছোৱালী ৰাখিবলৈ। কাৰো কাৰো ঘৰৰ সকলো মানুহ পথাৰত। শালি আৰু ৰূপহী ধান কটাৰ সময়। এতিয়া পথাৰৰ সোণালী ধাননিত জাকে জাকে মানুহ। দাৱনীয়ে দাইছে। মতাই ডাঙৰি বান্ধিছে, গৰুৰ গাড়ীত বোজাই কৰিছে। পথাৰত প্ৰাণৰ পয়োভৰ। ৰূপৰ বাৰিধি। গাঁৱৰ প্ৰাণ-চঞ্চলতা পথাৰলৈ বাগৰিছে। আনকেইটা মাহত

গাঁৱৰ সন্ধিয়া করুণ, অসহ্য, নিবৰ। কিন্তু দুপৰবোৰ প্ৰাণ-চঞ্চল। এতিয়া দুপৰবোৰ হে নিবৰ, নিশ্চল। আলি-পদূলিত কাতিমহীয়া কুকুৰৰ ঘেঙনি। যুবীয়া কুকুৰৰ ঋতুগত কোঁ-কোঁৱনিৰ বাহিৰে প্ৰাণৰ সঁহাৰি নাই। ঘৰবোৰত টোকোৰা, পাব আৰু ঘৰ-শালিকাৰ আৰাৱৰ বাহিৰে লোক-বসতিৰ চিন পোৱা টান। সোণবৰিয়াল ভৰ-দুপৰতে যেন নৈৰ পাৰৰ নিচুকনি গীত শুনি শুনি শুই পৰিছে। নৈখন আগৰ দৰেই প্ৰাণময়। নাৱৰীয়া উজাই-ভটীয়াই গৈছে। নাৱত ডাঙৰি কঢ়িয়াইছে। হয়তো জুৰ বতাহত মনে সপোনৰ ভিঙা মেলিছে। বনগীত গাইছে, বনঘোষা গাইছে, বিহুগীতে উচাটন মন শাঁত কৰিছে—'তোমাৰ গাল জুখনি পাভ মাছ লেখীয়া, হৰিণীৰ লেখীয়া চকু, গুটি ধান গোটালোঁ এভঁৰাল-এডুলি, মাঘতে ঘৰখন পাতোঁ।...'

'সেইটো বকুলৰ মাত। তাৰো যে আকলটো! কোনোবা এজনীক পালে সি তেনেই ঢাঁহি-মূহি পেলাব।'

কলীয়াচুঙী ঘাটৰ কাষৰ মাটিডৰালৈ হেদাবি মাতিছে কাৰণে গুণীতৰাই দাৱনীবোৰক কোমল-চাউল দিবলৈ গল। সুভদ্ৰা যাব নোৱাৰিলে। তাইৰ বাঁওহাতৰ মাজ-আঙুলিটোত পৰা-গঠীয়া হৈছে আৰু মুৰটোও আচন্ত্ৰাই কৰিছে। ডুয়োটা সুকীয়া বেমাৰ। তাইৰ এই আচন্ত্ৰাই কৰা বেমাৰটোৱে মাজে মাজে উক দি থাকেই। কেঁচুৱা হুপজিবলৈ কণ-মৰা দৰৱ খালেই হেনো তিৰোতাৰ এই বেমাৰ হয়। ভৰত শইকীয়াও দোকমোকালিতে ওলাই গল। গাড়ীৰ চকা এটা ভাল কৰিবলৈ দিছিল। তাৰে খবৰ কৰিবলৈকে কঁহুৱাআটীলৈ গৈছে। কিন্তু আন মতলবো আছে। মিটিঙলৈকো মানুহক খবৰ দিব কিজানি।

এয়ে উত্তম সুযোগ। শৰত আৰু কনকো নাই। ক'ৰবাত চাগৈ টেঙা-বল খেলিছে। ভাল হৈছে। যদি খুৰীয়েকে মাত দিয়ে, তেনেহলে তাৰ ঘৰৰপৰা একেউশাহে লৰি আহি চোতাল পাবহি আৰু কব—হাঁহকেইজনী চাইছোঁ।

কোনেও নুশুনাকৈ, কোনেও নেদেখাকৈ জোপ লৈ ফুৰা কুকুহা চৰাইজনীৰ দৰে তাই আগবাঢ়ি গল। গাটো ঘামিছে, ভৰি থৰক-বৰক হৈছে, বুকুখন ঘনে ঘনে উঠা-নমা কৰিছে। সেপ ঢুকিছে। ভয় হৈছে। কিন্তু পলকে পলকে মনটো পাখি সৰাল দি উঠিছে। 'তোমাৰ বয়স একৈশ। তেনেহলে নিজক আহুতি দিছা—সমাজৰ কাৰণে, মানুহে উলিওৱা পুণ্যৰ কাৰণে।...'



'এৰা, মোৰ বয়স একৈশ। যোল আৰু পাঁচ যোগ হৈ একৈশ হয়। কিতাপত যে যোড়শীৰ হে গুণ-গৰিমা!'...

এনেকৈ আগতে কোন গৈছিল? ৰাধা? 'গোকুলৰ গোৱালী'?...'উগত তনু-মন গয়োৰে গোবিন্দ, হামাৰী প্ৰাণেৰ ধন, কোন পাস্থে গেল মধাই।'...

দুৱাৰখন খোলা হৈ আছিল। 'এওঁ তেনেহলে পাহৰা নাই। তেনেহলে মই নহাহেঁতেন নিৰাশ কৰিলোহেঁতেন।'...

ওচৰত কুঁচি-মুচি থিয় দি তাই একো মাতিব নোৱাৰিলে। চকুত লাজৰ অঞ্জন। দেহটো যেন নিমিষতে কপাহৰ তুলা হৈ গল। সি বিচনাৰপৰা উঠিল। ফুচ্ফুচাই কলে, "পমী, তুমি? মই জানো, তুমি আহিবা। মই তেনেই অকলশৰীয়া। ঘৰতো, ইয়াতো। কেৱল তুমিয়েই মোৰ অকলশৰীয়া যন্ত্ৰণা বুজি পোৱা। বহা।"

তাই কঁপিছে। যেন আগলি কলাপাত বতাহত কঁপিছে। প্ৰথম পুৰুষ। প্ৰথম অকলে। প্ৰথম গোপন অভিযান!

তাই তুলখনত বহিল।

"নহয়। ইয়াত।"

তাই উঠিল। কাৰণ সেই ঠাই খোলা দুৱাৰেদি দেখা যায়। তাই বিচনাৰ এচুকত বহিল।

সকলো নিবৰ। আলি-পদূলি, ঘৰ-চোতাল আৰু কোঠাটো। সময় যেন থমকি ৰৈ গৈছে। নিবৰতাই বহুত কব নোৱাৰা কথা কৈছে। কথাই ভাবত খেলি-মেলি লগায়। নিস্তব্ধতাৰ ভাষা সাৱলীল, প্ৰাণময়, গোপন।

লাহে লাহে সি কাষ চাপি গল। তাই যেন এটা শিলৰ মূৰ্তি হে! কিন্তু দেহৰ ওপৰেদি অলেখ নিচিনা ঢৌ উঠা-নমা কৰিছে। সি হাতখনত ধৰিলে; আঙুলিকেইটাত আলফুলকৈ ছুলে। কোমল মিহি চুলিখিনিত আঙুলিৰ অৰণ্য-বিচৰণ। তাইৰ মুখখন ৰঙা পৰিছে। কাতিমহীয়া বতৰত যেন সুমথিৰাই বৰণ সলাইছে। তাৰ হাতখন ক্ষিপ্ৰ হৈছে, অশান্ত হৈছে। লোভত, সৌন্দৰ্য্য-তৃষ্ণাত। তাই তাৰ বুকুত থিতাপি লৈছে। বাহ্য-জগৎ পাহৰি গৈছে।

সি শাঁত পৰিছে। ইমান ধুনীয়া ছোৱালীজনী! অসাধাৰণ। চকু, মুখ, ৰং, দেহ-সৌষ্ঠৱ, উচ্চতা—সকলো। অচিন খনিকৰে তাইক যেন তিল তিলকৈ গঢ়িছে। সৌন্দৰ্য্য-তৃষ্ণা মানুহৰ সহজাত। কতই চাগৈ এইক দেখি আতুৰ

হৈছে! কতই চাগৈ মধুৰ অতৃপ্তিৰে চাটি-ফুটি কৰিছে! সৌন্দৰ্য্যৰ আন নাম হ্যুনিয়াহ। ই জন্ম দিয়ে কলাৰ, ভাস্কৰ্য্যৰ, চিত্ৰ-শিল্পৰ। ইহঁতে পৃথিবী সৰস কৰে। মানুহৰ সৌন্দৰ্য্য-বোধে আত্মা উন্নত কৰে। মানুহক মহৎ কৰে। পৃথিবীত আশাৰ দেউল জিলিকি উঠে।

আৰু এনে এজনী ছোৱালীয়েই এতিয়া তাৰ বুকুত, তাৰ দখলত। সি অধিকাৰ লাভৰ বিজয়োল্লাসত গৰীয়ান। ইয়াতকৈ আৰু কি বেছি লাগিছে? গতানুগতিক অলেখ মুহূৰ্ত্তৰ মাজে মাজে, ধুমুহা-পছোৱাৰ বহুত সঙ্কট মুহূৰ্ত্তৰ মাজে মাজে, নিৰাশা আৰু অতৃপ্তিৰ দুস্তৰ মুহূৰ্ত্তৰ অন্তৰে অন্তৰে মানুহৰ জীৱনলৈ এনে একোটা মুহূৰ্ত্ত আহি তাক সজীৱ কৰে, ধন্য কৰে। এনে মুহূৰ্ত্তৰ স্মৃতিয়ে জীৱনক জীৱনযোগ্য কৰে, শক্তি দিয়ে, মধুৰ উন্মাদনা দিয়ে।

কিন্তু তাইৰ অন্তৰখন জানো সি বুজি পাইছে? তাই জানো তাক জানিছে? সি সৰ্পিল যাত্ৰাত দুদণ্ড বিশ্ৰাম লওঁতে তাই আহিছে—সাৰে-সুৰে, নোপোৱাৰ বিকল্প বিচাৰি। এয়া যে সময়, সুযোগ আৰু সান্নিধ্যৰ খেলা। ইয়াত প্ৰাণ আছে, আত্মা নাই। আকৰ্ষণ আছে, প্ৰেম নাই। ক্ষণিক দুৰ্ব্বলতা আছে, বাসনা আছে। কিবা এটা পোৱাৰ, তৃপ্তিৰ আৰু বয়সক ধন্য কৰাৰ সহজাত তীব্ৰতা আছে। আজি যদি এই ধুনীয়া ছোৱালীজনীৰ কুমাৰী পৃথিবীখন নাইকিয়া হৈ যায় আৰু সপোন দেখে বাস্তৱ লালসা আৰু বাস্তৱ নাৰীত্বৰ, তেনেহলে তাই নিচেই সাধাৰণ হৈ পৰিব। সি হব কালাপাহাৰ, মানুহৰ সৌন্দৰ্য্য সাধনাৰ কালাপাহাৰ। তাই হয়তো নিতান্ত সাধাৰণ উদ্দেশ্যেৰেই তাৰ ওচৰ চাপিছে: বিয়া। তাৰপিছত সগৰ্ভা। তাৰপিছত লৰা-ছোৱালীৰ মাক। তাৰপিছত ঘুণীয়া দেহা আৰু গতানুগতিক সংসাৰ-চিন্তা। ঋষিৰ যুগত ধুনীয়া গাভৰুৰ বিয়া নহৈছিল। দেৱদাসী হৈছিল। এয়ে মানুহৰ সৌন্দৰ্য্য-চিন্তাৰ উচ্চতম প্ৰকাশ। 'পদ্মী'ক চাই থাকিব পাৰি, বেছি ভাল লাগিলে ওঁঠত ওঁঠ লগাই সৌন্দৰ্য্য-সুধা পান কৰিব পাৰি, অপূৰ্ব্ব ভাস্কৰ্য্যৰ প্ৰতিচ্ছায়া হাতৰ মৃদু পৰশেৰে অনুভৱ কৰিব পাৰি; কিন্তু প্ৰজনন-প্ৰক্ৰিয়াৰ কলাহীনতাক প্ৰশ্ৰয় দিব নোৱাৰি। হয়তো আজিৰপৰা সহজাত প্ৰবৃত্তি চৰিতাৰ্থ কৰি, তাই নতুনৰ সোৱাদ পাব। জীৱ-জগৎ অবিৰাম চলি থাকিবৰ কাৰণেই সৃষ্টিৰ প্ৰণালীয়ে এই আস্বাদ দিছে। কিন্তু তাই যদি আৰু বেছি আগবাঢ়ি যায়? আৰু তাৰো যদি সংযমৰ বান্ধ স্খলকি যায়? সি সপোনতো



ভাবিব নোৱাৰে যে সোনকালে সি নিয়মিত সংসাৰত ভৰি দিব পাৰিব। তাৰ বহুত অভিলাষ, বহুত আকাঙ্ক্ষা। উদ্দেশ্যই তাক বান্ধি থৈছে। তাই নিৰাশ হব। এই প্ৰেম, এই আপোন পাহৰা উন্মাদনা শেষ হৈ যাব। সি হব কালাপাহাৰ—সৌন্দৰ্য্যৰ, আশাৰ, আৰু প্ৰেমৰো। প্ৰেমত বাস্তৱ-বুদ্ধিৰ কলঙ্ক নাই, মনুসংহিতাৰ যুক্তি বা আইন নাই। সি ভাবিছে, 'তাইক অতিকৈ ভাল-পোৱাৰ কাৰণে এইবোৰ ভাব হৈছে। কিন্তু মনে মানিব নোখোজে। প্ৰেম কামগন্ধহীন? হব নোৱাৰে। কাম মানে অশ্লীল কামনা নহয়। ইয়াৰ প্ৰকাশ ভিন্নমুখী। তেনেহলে চকুৰ তৃপ্তি, সান্নিধ্যৰ তৃপ্তি, কথা কোৱা আৰু শুনাৰ নাইবা অকলে পোৱাৰ তৃপ্তিক কি বোলে? এজনী ছোৱালীক মনৰ কথা খুলি কবলৈ উৎসাহ পোৱাক কি বোলে?'···

ভাষাই শব্দৰ অনুশাসন মানি সময় লয়। ভাষাৰে একে সময়তে দুটা কথা কব নোৱাৰি। ই ভাবনাৰ দুৰ্ব্বল প্ৰতীক হে। ভাবৰ ভাষা নাই। মনৰ মাধ্যম নাই। সি একে সময়তে কেবাটাও কথা ভাবিছে। কেবাটাও সুকীয়া সুকীয়া আখ্যান তাৰ মনত পৰিছে—কেইমুহূৰ্ত্তমানৰ ভিতৰতে। এই ভাবৰ গতিৰ তুলনাত সময় যেন স্থাণু।···

···কলেজৰ শেষৰ বছৰ সি চহৰত মানুহ এঘৰৰ চৌহদত ঘৰ সাজি আছিল। গিৰিয়েকটোৱে আঁতৰত চাকৰি কৰে। ঘৈণীয়েকজনী, শাহুৱেক, নন্দেক আৰু দুটা লৰা-ছোৱালীৰে সৈতে ঘৰত থাকে। তাই গাভৰু, অসহনীয়ৰূপে গাভৰু। চকুত বাৰিষাৰ ধলৰ চঞ্চলতা। অটুট স্বাস্থ্যই তাইক সুকীয়া ধৰণৰ সৌন্দৰ্য্য দিছে। তাইৰ লগত কোনো বুজা-পৰা নাছিল। তথাপি তাই তাক হাত কৰিব পাৰিছিল। সি সক্ৰিয় নাছিল। এদিন গধূলি পঢ়ি থকা সময়ত তাই আহিছিল। তাক প্ৰায় আক্ৰমণেই কৰিছিল। লেমটো নুমুৱাই দিছিল। তাক ইমান টানকৈ সাবট মাৰি ধৰিছিল যে তাৰ প্ৰায় উশাহ বন্ধ হবলগীয়া অৱস্থা। অলপ পৰৰ পিছত সি আন্ধাৰতে গম পাইছিল যে তাই প্ৰায় উলঙ্গ। সেই সুগঠিত অদমনীয় দেহটোৱে আন এটা দেহা বিচাৰিছিল। তাৰ উপায় নাছিল। তাইৰ বাসনাই তাক যেন পুৰি পেলাইছিল। সৰু সৰু আদৰৰ কথা আৰু সৰু সৰু উশাহত যেন জুই আছিল। দেহৰ বুভুক্ষা, অদ্ভুত বুভুক্ষা। তৃপ্তিত, উত্তেজনাত আৰু সুখানুভূতিত তাই উন্মাদ হৈ পৰিছিল। 'এয়ে তোমাৰ প্ৰথম?'—এনে নিলাজ উক্তিৰ প্ৰতিটো শব্দতে তাইৰ কামসৰ্ব্বস্ব মনটো ঘিণ

লগাকৈ ওলাই পৰিছিল। তাই গুচি যোৱাৰ পিছত তাৰ মন বিতৃষ্ণাৰে ভৰি পৰিছিল। নাৰীদেহৰ সমস্ত ৰহস্য এনে উৎকট ধৰণেৰে প্ৰকাশ পোৱাত তাৰ বহুত মনে-সজা কল্পনাৰ মৃত্যু হৈছিল। তাই কিন্তু সঘনে আহিছিল। সিও অধীৰ অপেক্ষাৰে তাইকে আশা কৰিছিল। পিছলৈ আমনি লাগিছিল। তাইৰপৰা আঁতৰি থাকি হে শান্তি পাইছিল। কিন্তু সেইজনী মানুহ দিনৰ পোহৰত সম্পূৰ্ণ স্বাভাৱিক। নম্ৰ, সৰল, অতিশয় শান্ত। মুখখনত কোনো আবেগ-উৎকণ্ঠা নাই। গভীৰ জলভাগৰ উপৰিভাগৰ দৰে নিমজ। তদুপৰি তাই খুব ভাল তিৰোতা। ওচৰ-চুবুৰীয়াৰ অপায়-অমঙ্গলত তাই নহলে নচলে। তাই আনৰ দুখত কাতৰ হয়। ঈৰ্ষা, ঘৃণা আদি ভাব নাই বুলিলেই হয়। সকলোৰেই তাইক ভাল পায়। তাই আদৰ্শস্থানীয়া মাতৃও। সেই মানুহজনী এতিয়াও তাৰ কাৰণে ৰহস্য হৈ আছে। যৌনাকাঙ্ক্ষা এখন বিৰাট সমুদ্ৰ। ইয়াৰ গৰ্ভত দৈত্যাকাৰ প্ৰাণীবোৰে সাঁতুৰি ফুৰিছে। তাইক দেখিলে নৈতিকতাৰ কথা ভাবিবলৈ মন নেযায়। তাইৰ নৈতিক চেতনা নাছিল। অন্ততঃ তাৰ মনত এনে যেনেই লাগিছিল। তাইৰ দেহৰ আকাঙ্ক্ষাৰ লগত মনৰ উদাৰতাৰ মিল নাছিল। সেইকাৰণেই মানুহে গঢ়া নৈতিকতাৰ প্ৰতি তাৰ আস্থা হেৰাইছিল।

আৰু এজনী গাভৰুৰ কথা তাৰ মনত পৰিছে। তাই কুসুম্বৰীৰ। গা'টো শ'লমাছৰ দৰে। কিজানি পুৰুষৰ লগতো সমানে যুঁজিব পাৰিব। তাই সুগঢ়ী যদিও অশ্লীলতাৰে কুৎসিত। গিৰিয়েকক এৰি গুচি আহিছিল। তাইৰ গাত চগাৰ দৰে পৰি চাৰিটামান ডেকাই বদনামৰ ভাগ লৈছিল। এই কথা মুকুলীয়ে জনা নাছিল। তাই আনপ্ৰকাৰে ভাল। বুঢ়া বাপেক-মাকক শুশ্ৰূষা কৰে। বোৱা-কটাৰ কামত পাকৈত। তাই কানি-কাপোৰ বৈ যি টকা পায়, তাৰেই ভায়েকটোক চহৰত পঢ়ুৱাইছে। তাই থকাৰ কাৰণেই ওচৰৰ ছোৱালীবোৰ কাজী হৈ পৰিছে।

এবাৰ সিহঁতৰ গাঁৱত বৰ-সবাহ হৈছিল। মুকুলীহঁতৰ গাঁৱৰ মানুহকো মাতিছিল। মুকুলী কিবা কাৰণত ৰাতি তাত থাকিবলগীয়া হৈছিল। তাইৰ ঘৰটো নামঘৰৰ ওচৰতে কাৰণে সি তাতে আছিল। তাই যে তাক কিমান আদৰ-সাদৰ কৰিছিল! চ'ৰা-ঘৰৰ এচুকত তাক বিচনা পাৰি দিছিল। আঠুৰা তৰোঁতে তাই বহুত পৰ কৰিছিল। তাই কৈছিল, "তই অলপ দিনৰ ভিতৰতে মতগজ হৈ পৰিলি! কি খাৱ?"



"দিনে এটাকৈ পহ।"

"বাৰু দেখিলে হে লেখা। আজি প্ৰমাণ লোৱা যাব।"

তাৰ গা-মূৰ গৰম হৈ পৰিছিল। তাই তাৰ বাহুত জোৰেৰে হাতখন থৈ চকুলৈ একেৰাহে চাই কৈছিল, "ইমান ভয় কিয়? এতিয়াও তোৰ জোকে তেজ এটোপা শুহিবলৈ পোৱা নাই। তথাপি কিহৰ ভয়?"

সি তাইৰ দুবাহুত ধৰি কৈছিল, "মহেতো শুহিছে। আঠুৱা নতৰাকৈ কত ৰাতি গৈছে।"

তাই অকণো অপ্ৰস্তুত নহৈ কৈছিল, "এইখন মোৰ আঠুৱা। তই আলহুৱা হৈ উঠা মানুহ কাৰণে তৰি দিছোঁ। মোক হে আজি মহে চুহিব।"

"লৈ যা। মই মূৰে-গায়ে কাপোৰ লৈ শুই থাকিম।"

"তই আলহী। ফটা আঠুৱাখন যে দিব পাৰিছোঁ, এয়ে ভাইগ্।"

"মহে কামুৰিলেও তই গুৱ পাৱ?"

"আজি যদি কামোৰে, তেনেহলে ইয়ালৈকে গুচি আহিম।"

এইবুলি কৈ তাই তাৰফালে বেলেগ ধৰণেৰে চাই গুচি গল। এঘণ্টাৰ পিছত আন্ধাৰ ৰাতি এটা সাপে হে যেন তাক মেৰিয়াই পেলালে। তাই কলে, "তয়ো সাৰে আছিলি?"

সি উত্তৰ দিবলৈ সময় নেপালে। চুটি চুটি অস্থিৰ উশাহবোৰ ইকৰাৰ বেৰৰ ফাকেদি অহা জোনৰ পোহৰত মিলি গল। ইকৰাৰ বেৰকেইখন যেন জ্বলিবলৈ ধৰিলে। শৰীৰৰ ঘামে বাকী অংশৰ এন্ধাৰবোৰ তিয়াই পেলালে।

সৰ্ব্বশেষত তাই কলে, "ক'তা, নোৱাৰিলি দেখোন। জোকে তোৰ তেজ শোহা নাই, চিন্তাই শুহিছে।" সি একো নেমাতিলে। যাবৰ সময়ত তাই আকৌ কলে, "নেমাত কিয়?"

সি কলে, "তই এনেয়ে কৈছ।"

তাই টপৰাই মাত লগালে, "তেনেহলে আকৌ এবাৰ আহিব লাগিব?"...

তায়ো এক ৰহস্য। মানুহো তেনেকুৱা আছে। সিহঁতৰ কিছুমান গুণ আনবোৰ নিয়মত চলা মানুহতকৈ আকৰ্ষণীয়। মুকুতা দলৈ ছোৱালী বুলিলে পাগল। কিন্তু তাৰ কাৰণেইতো কঁহুৱাআটীত ডাক্তৰখানাখন হৈছে। উত্তৰে মথাউৰিটো হোৱাৰ মূলতে সিহে। কিন্তু হৰিশিঙা মণ্ডল একা? মুখত হৰিনাম আৰু লোকৰ দুৰ্নাম। যেন ধৰ্ম্ম-যুধিষ্ঠিৰ। সি কিন্তু মৰাৰ ছাল টানি

খাইছে কিয় ? সি কতক নিঠকুৰা কৰিছে ! দুখত কাকুতি-মিনতি কৰি ভৰিত পৰিলেও তাৰ আনলৈ মৰম নাই । শিলৰ দৰে কঠুৰা ।

এই কাৰণেই সি পাপ-পুণ্যৰ স্থিৰ-সিদ্ধান্তলৈ আহিব পৰা নাই । পাপী কোন ? মুকুতা নে হৰিশিঙা ? পাপিনী কোন ? এই মানুহ দুজনী নে কুঁজীৰ মলঙী ? মলঙীয়ে ইচাট্-বিচাট্ ছোৱালী দেখিবই নোৱাৰে । নিজেও আগ-চোতালত থিয় দি পদূলিলৈ চকু নিদিয়ে । কিন্তু গিৰিয়েকৰ মাউৰা ভাগিনেকটো তাইৰ অত্যাচাৰ সহিব নোৱাৰি নিখোজ হল কিয় ?

এইবোৰ প্ৰমাণ পায়ে সি উদাৰ হৈ পৰিল, নিৰপেক্ষ হৈ পৰিল । কিন্তু নিৰপেক্ষ সামাজিক নীতি কোনে প্ৰণয়ন কৰিছে ? সমাজে নহয়, আইনে নহয়, দেৱে নহয় । বিজ্ঞান নিৰপেক্ষ, নিৰ্লিপ্ত । সত্যৰ সাধনাৰ আন নাম বিজ্ঞান-চৰ্চা । সি সকলো ধৰণৰ কিতাপ পঢ়ে । বিজ্ঞানে তাক এটা আংশিক উত্তৰ দিলে : কাৰোবাৰ কোনোবা এটা নলীহীন গ্ৰন্থিৰ ক্ৰিয়া আৰু নিঃসৰণ বেছি হয় । তেতিয়া সি বা তাই স্বকীয়া হৈ পৰে । যৌন-লিপ্সা বেছি হয় । সমাজে তেতিয়া তাক বা তাইক চৰিত্ৰ বেয়া বুলি কয় । কিন্তু দোষ তাৰ বা তাইৰ নহয় । অজান স্ৰষ্টাৰ হে । মনৰ ক্ৰমবিকাশ কেৱল মানুহৰ হে হয় । যৌন-জীৱন এই ক্ৰমবিকাশৰ ভিতৰত নপৰে । সৌন্দৰ্য্যপ্ৰীতি আৰু মানৱপ্ৰীতিয়েই হে মনৰ ক্ৰমবিকাশ । আৰু হয়তো উদ্ভাৱন শক্তি আৰু ধৰ্ম্মবিশ্বাসী প্ৰগতিৰ গতিশীলতা ।...

কিন্তু পঞ্চমী ? তাৰ চিন্তাত আঁত হেৰাই যায় । তাই যেন এজনী স্বকীয়া ছোৱালী । ছুলেই যেন তাই পমি যাব ! তাই যেন সাধাৰণ মানুহৰ উপভোগ্যা নহয় । তাইক নিজৰ কৰিব পাৰি, তাইক ব্যাকুল কৰিব পাৰি, কিন্তু বাসনাৰ কদৰ্য্যতাৰে কল্পনাক স্থূল কৰিব নোৱাৰি । আৰু যে কিমান বিপদ ! তাই আহিছে মৰম বিচাৰি, অকণমান প্ৰশংসা বিচাৰি । এতিয়া দেহতকৈ হিয়াৰ উম বেছি । যদি এতিয়া সি দেহ-সম্ভোগৰ ইচ্ছাৰে আগবাঢ়ে, তাই হতাশ হব । ই তাইৰ কাৰণে অস্ত্ৰোপচাৰ হে হব । এৰা, সি কালাপাহাৰ হব নোৱাৰে ।

ওঁঠত ওঁঠ লগাই সি তাইৰ হেলনীয়া তিৰ্‌বিৰ্‌ চকুযুৰিলৈ চাই ৰৈছে । ৰ'দ-জিকিমিকি বৰফৰ চূড়াত থুঁতৰিটো গুজি থৈছে । কঁকালত হাত এখন ৰাখি কৃশাঙ্গীৰ দেহৰ সম্মতি পৰীক্ষা কৰিছে, আৰু পমীয়ে সি বিৰত থকাৰ সঙ্কল্প বুজিব পাৰিছে ।



"পমী..."

পমী নিমাত । উচুপনিয়ে নিস্তব্ধতা অসহ কৰি তুলিছে ।

"পমী, মোলৈ ৰোষ ?"

"তোমাৰ যদি বিপদ হয় !"

"কি কাৰণে ?"

"তোমাৰ কথামতে বিজাৰ্ভটো খালী হব জানো ? সিহঁতৰ হাতত আইন আছে, পুলিচ আছে ।"

"অধিকাৰৰ কাৰণে যুঁজিছোঁ । একো চিন্তা নাই । ঈশ্বৰে সহায় কৰিব ।"

"তোমাক যদি চিৰদিনলৈ আঁতৰাই নিয়ে !"

"মই অসহায় নহয়, পমী । বাৰখন গাঁৱৰ মানুহ মোৰ হাতত আছে । ইয়ো এক ক্ষমতাই । বুইছা পমী, অভিলাষী মানুহৰ কাৰণে এনে একোটা সঙ্কট আহেই । আৰু, বিপদ নহলে মই জীয়াই থাকিব নোৱাৰোঁ । এনে এটা সময়ত বিপদবপৰা ফালৰি কাটি ফুৰাটো কপটালি হে ।"

"আজি শুব পাৰিবা ?"

"চেষ্টা কৰি চাব লাগিল । এতিয়া দুপৰ হে ।"

"যাওঁ দেই । কোনোবা ওলাবহি ।"

## ॥ দহ ॥

ধান চপোৱাৰ দিন । তথাপি ভালেখিনি মানুহ গোট খাইছে । কাৰণ এই সঙ্কটৰ তুলনাত খেতি চপোৱাৰ কাম নিচেই সাধাৰণ । ঘৰে পতি দুই-তিনিটা মানুহ আহিছেই । সোণবৰিয়ালৰ মাইকী মানুহো মিটিঙত দেখা গৈছে । মিটিং বুজনেই হৈছে । সুভদ্ৰা আৰু পঞ্চমীও আহিছে ।

ভৰত শইকীয়াই উদ্দেশ্য ব্যাখ্যা কৰিলে । পিছত মুকুলীৰ অনৰ্গল বক্তৃতা আৰম্ভ হল । প্ৰতিটো শব্দই অন্তৰৰপৰা ওলোৱা ।

"...মই অসমীয়া। মই সৱাতকৈ কাক ভাল পাওঁ ?—অসমীয়া মানুহক। আপুনি অসমীয়া। সৱাতকৈ কাক বেছি ভাল পায় ?—নিশ্চয় অসমীয়াক! কিয় ? আপোন আইৰ ভাষাটো সকলোৱে কয়। একে আচাৰ-ব্যৱহাৰ, একে ৰুচি, একে মন, একে জীয়াই থকাৰ মূল্য। প্ৰতিটো খোলৰ চাপৰত, প্ৰতি-কুট বিহুগীত-বনগীতত, প্ৰতিটো ৰাগ-ৰাগিণীত আমাৰ তেজৰ কণিকা মিহলি হৈ আছে। আমাৰ নিজত্ব আছে। আমাৰ অতীত আছিল। অতীতে কয়—আমাৰ জাতীয় স্বাৰ্থত হাত দিবলৈ কাৰো অধিকাৰ নাই। যদি হাত দিয়ে, তেনেহলে আমাৰ পৰাজয়। কিন্তু সঁচাকৈয়ে আমাৰ পৰাজয় হৈছে! সেইকাৰণেই, এই সঙ্কটত সকলোৱে ভবা উচিত—মই পোনতে অসমীয়া, তাৰপিছত হে ভাৰতীয়। অসমীয়া হৈ জীয়াই থাকিব নোৱাৰিলে ভাৰতীয় হৈ জীয়াই থকাৰ কোনো মূল্য নাই। ভাৰত কোনোদিনেই এখন ৰাজ্য নাছিল। বিহাৰীয়ে পোনতে বিহাৰীৰ কথা ভাবে, উৰিয়াই উৰিয়াৰ, বঙালীয়ে বঙালীৰ। বিহাৰত খুব ডাঙৰ ডাঙৰ কল-কজাৰ কাৰখানা আছে। পশ্চিমীয়া দেশৰ লগত হে তাৰ তুলনা হয়। কিন্তু তাত নিয়ম হৈছে, সকলো চাকৰি বিহাৰীয়ে পাব লাগিব। স্বাধীনতাৰ পিছৰেপৰা পশ্চিমবঙ্গ কল-কাৰখানাৰ দেশ হৈ পৰিছে। তাতো একেই ব্যৱস্থা। কিন্তু আমাৰ কি হৈছে ? তেল শোধনাগাৰ হল। শ-শখন চাহ-বাগিচা আছে। ডুলীয়াজান, মৰাণ, নাহৰকটীয়াত তেল ওলাইছে। এই পনীয়া সোণৰপৰা কোটি কোটি টকা লাভ হৈছে। কিন্তু অসমীয়াৰ একো লাভ হোৱা নাই। অসমীয়া ঘৰতে বিদেশী হৈছে। বাৰু, সেইবোৰ পিছ কথা। আমাৰ খেতিয়কৰ সমাজখনো ভাগি পৰিছে। এশৰ ভিতৰত চাৰি-কুৰিজন খেতিয়ক ধৰুৱা। বানপানী, গৰাখহনীয়া আৰু অনাহাৰত খেতিয়ক-সমাজ মৰাৰ নিচিনা। দেশৰ সভ্যতা-সংস্কৃতি সদায় গাঁৱত জীয়াই থাকে। কাৰণ চহৰবোৰ ভুতচীয়া। কিন্তু আমাৰ নিজৰ সভ্যতা—শঙ্কৰ-মাধৱে দিয়া সভ্যতা-সংস্কৃতি জী আছে নে ? দাৰিদ্ৰ্যত এইবোৰ নেবাচে। কঠুৱা শিলনিৰ ওপৰত গোলাপ নুফুলে। আমি সকলো হেৰুৱাইছোঁ। আৰু পঁচিশ বছৰৰ পিছত আমাৰ নাতি-পুতিয়ে মাথোন কিতাপত হে পঢ়িবলৈ পাব—এসময়ত অসমীয়া বুলি জাতি এটা আছিল।"

"ইয়াৰ কাৰণ কি ? কুকুৰ অত্যাচাৰী গৰাকীৰো দাস হয়, স্বজাতিৰ মাজত বিৰোধ আছে কাৰণেই। আমি অসমীয়া হৈ অসমীয়াৰ কাৰণে নেভাবোঁ। শিক্ষিত আৰু ক্ষমতাপন্ন মানুহবোৰ স্বাৰ্থপৰ হৈ পৰিছে। ব্যক্তিগত লাভৰ বাবে দেশক বিক্ৰী কৰিছে। আজি আমাৰ মাজত ঢেকীয়াল ফুকন নাই, লক্ষীনাথ বেজবৰুৱা নাই। কোনেও নেভাবে।"

"ইমান দিনলৈকে আমাৰ সোণাইপৰীয়া অঞ্চলত অসমীয়া-জীৱনত ব্যাঘাত হোৱা নাছিল। অৱহেলাত, শিক্ষাৰ অভাৱত, নেতাৰ অযোগ্যতাত আমি দুখীয়া হৈ আছিলোঁ, আৰু দুখীয়া হৈ আছোঁ যদিও ইমানদিনে দুখ-দৈন্য, বানপানী, মহামাৰী আৰু অনাহাৰৰ মাজতো অসমীয়া হৈ আছিলোঁ। আমাক যে সহায় কৰা নায়েই, এতিয়া বানপানীত একমাত্ৰ ভাৰসা কাঠফুলা বৰিটোতো ভগনীয়া বহুৱাব। আৰু গোঁজেই গজালি হব। ইয়াৰ প্ৰমাণ আছে। কপিলীৰ সিপাৰৰ হোজাই আৰু লামডিঙৰ অৱস্থা কি হল ? অসমীয়া হেঁচা খাই পিছুৱাই গৈ বনবাসী হল। তিনিচুকীয়ালৈ যাওক, তাত গৈ আপোনাৰ ভাব হব—অসমীয়াৰ জীয়াই থকাৰ লক্ষণ নাই।"

"আমাৰ সোণাইপৰীয়াক জনসংখ্যা বঢ়াৰ কাৰণে মাটিয়ে অঁটা নাই। আমাৰ ৰাইজে আন ঠাইত মাটি বিচাৰি হাবাথুৰি খাইছে। কাঠফুলা বৰিত আমাৰ ৰাইজে খেতি কৰাৰ কথা সপোনতো ভাবিব নোৱাৰে। গৰু-ম'হৰ কথা নেভাবি আমি খেতি কৰাৰ কথা ভাবিব নোৱাৰোঁ। কাঠফুলা বৰি গৰু-ম'হৰ ত্ৰাণকৰ্ত্তা। কিন্তু আমাক নিঠৰুৱা কৰি, বাৰখন গাঁৱৰ মানুহক নেওচা দি তাত বহুৱাব ভগনীয়াক। অথচ সিহঁতৰ কোনো কৃতজ্ঞতা নাই। অসমত থাকি পোনতে শিকে অসমীয়াক ঘৃণা কৰিবলৈ। আমি হেনো জঙ্গলী।"...

জনমত গঢ়ি উঠিল। প্ৰস্তাৱ ললে। কাৰ্য্যপন্থা তৈয়াৰ হল। বাতৰি কাকতলৈ খবৰ গল। বাতৰি যোগনিয়াৰৰ ওচৰলৈ গৈ শেষত মুকলীয়ে কলে, "আপোনালোকক এটা কথা দঢ়াই দঢ়াই কওঁ। অসমৰ ৰাইজ যিবোৰ সংঘাতৰ সম্মুখীন হৈছে, তাৰ তুলনাত এই সমস্যা সাধাৰণ বুলিও পঢ়ুৱৈয়ে ভাবিব পাৰে। অসমীয়া মানুহে নেদেখিলে গুৰুত্ব বুজি নেপায়। মোৰ অনুৰোধ আপোনালোকে এই ক্ষেত্ৰত এটা কথাত যাতে জোৰ দিয়ে ঃ এইখন গণতন্ত্ৰ। কিন্তু আচৰিত কথা যে ৰাইজৰ মতে মূল্য পোৱা নাই। পাইছে টকাই আৰু প্ৰভাৱে।"...

আগতে বাৰখন গাঁৱত মুকলী নেতা আছিল। এতিয়া হল অধিনায়ক।

সাত দিন পাৰ হল। ৰাইজে কাৰ্য্যপন্থা হাতত লবলৈ সুযোগ পোৱা নাই। কিন্তু কাঠফুলা বৰিত তিনিখন গাঁৱৰ গৰু-ম'হ ৰাখি থৈছে। অথচ সাধাৰণতে

খবালি গৰু-ম'হ ঘৰত হে থাকে। এতিয়ালৈকে ভগনীয়া অহাও নাই। মুকুলীয়ে নিয়মিতভাৱে স্কুল কৰিছে। সি ভাবিছে—ডাঙৰ ধুমুহাৰ আগতে বতৰটো খুব শান্ত হৈ থাকে। এতিয়াও সেয়ে হৈছে। সি আতুৰ। গাঁৱৰ ভৱিষ্যতেই তাৰ ভৱিষ্যৎ। ৰাইজেই সমাজ-সেৱকক উজ্জ্বল ভৱিষ্যৎ দান কৰে। ৰাইজেই ৰজা নহয়, ৰাইজে আনক ৰজা কৰিছে। কাৰণ ৰাইজ অশিক্ষিত। তাৰ বহুত কাম বাকী। সিহঁতক শিক্ষিত কৰিব লাগিব, স্বাৱলম্বী কৰিব লাগিব, সচেতন কৰিব লাগিব। সিহঁতৰ মুখত অন্ন দিব লাগিব, নতুন যুগৰ ভাষা দিব লাগিব। তেতিয়া হে সি সিহঁতৰ প্ৰতিনিধি হব। হয়তো এদিন জনতাৰ প্ৰতিনিধি হৈ সি শাসক হব। শাসক হৈ সেৱা কৰিব পৰাও ডাঙৰ সুবিধা। নিজৰ কল্পনাক সঁচা ৰূপ দিব পাৰিব। স্বকীয়া ধৰণৰ শাসক। সেইজন শাসকক ক্ষমতাই নিৰ্দ্দোষ কৰিব, নম্ৰ কৰিব, উদাৰ কৰিব। তেতিয়া হে তাৰ জীৱনে পূৰ্ণতা পাব। ৰাইজৰ ভালপোৱা হে অমূল্য সম্পদ। তাৰ তুলনাত চাকৰি, খিতাপ আৰু বেঙ্কৰ পুঁজি জীৱনৰ প্ৰাত্যহিক তুচ্ছতাৰ অসুস্থ গৰ্ব্বৰ চিন হে।

পঞ্চমীহঁতৰ পাছফালৰ ঘাটটোত মুকুলীয়ে বহি বহি এইবোৰকে ভাবি আছে। হঠাতে শুকান পাতৰ খচ্মচনি শুনি পাছফালে চালে। পঞ্চমী আহিছে! তেজ-গোৰা ভৰি দুখনে মাটিত ভৰ দিওঁতে গোবোহাত তেজ থুপ খাইছে।

"তুমি কৰিও নেকি ?"

"সকলোৱে কৰি। পোনতে কোনোৱেই স্বকীয়া হয় বুলি ওপজা নাই। জীৱনৰ মাজভাগত বহুতৰে কোমল মনটো নাইকিয়া হয় কাৰণে হে।"

"মই বহোঁ ?"

"কোনোবাই যদি দেখে ?"

"সিহঁত ৰন্ধা-বঢ়া কামত লাগি আছে।"

কিছুসময় দুয়ো নিৰৱ।

"তুমি বাৰু কিয় আমন-জিমন কৰি থাকা ?"

"হয়তো কোনো কোনো সময়ত তুমিও এনেকৈ থাকা। নিতান্ত নিৰ্ব্বোধ নহলে, কোনেও অনবৰত ফুৰ্ত্তি কৰি থাকিব নোৱাৰে।"

এইবুলি কৈ সি তাইৰ হাত এখন কোলাত তুলি ললে। পাঁজি-সেৰীয়া আঙুলিকেইটাৰ মূৰৰ হাঁহকণী-লেখীয়া জোনবোৰ চাই চাই সি ঘপহ কৰে সুধিলে, "তুমি বাৰু কি ভাবা ? মই সভাত বেছি উত্তেজিত হৈছিলোঁ ?"



তাই কলে, "উত্তেজিত হবৰ কথাও। পিছে, এনে ভাব হয়, তোমাৰ যেন সিহঁতলৈ ঘৃণা আছে। ভগনীয়াবোৰোতো মানুহ !"

সি আচৰিত হৈ গল। পমীয়েতো সাধাৰণতে নভবা কথা এটাকে কৈ পেলালে। খুব ডাঙৰ কথা। পৃথিবীত যেতিয়া যুদ্ধ নহব, বাণিজ্যৰ কাৰণে যেতিয়া দেশবোৰৰ মাজত টনা-আঁজোৰা নহব আৰু এদিন যেতিয়া মানুহ আচলতে সভ্য হব—তেতিয়া হে, ঠিক তেতিয়া হে মানুহে কথাবোৰ এনেকৈ চিন্তা কৰিব।

সি হতভম্ব হল। সিপাৰলৈ চকু ফুৰালে। আওগৰীয়া বিৰিণাডৰাত জুই দিয়াৰ পিছত এতিয়া কণ কণ বিৰিণাই কোঁহ মেলিছে। শহা-পহু চৰিছে। বহুত শহা। সেয়ে হে তাৰ এক জীৱ-জগতৰ সত্য মনত পৰিল। কলে, "পমী সোঁফালে চোৱাচোন।"

তাই চালে। কিন্তু একো বুজিব নোৱাৰিলে। সি কলে, "কি দেখিছা ? এইখনেই আমাৰ যুঁজ। নিজে জীয়াই থাকিবৰ কাৰণে সকলোৱেই সংগ্ৰাম কৰে। নিজৰ কাৰণেই মৰম-চেনেহৰ কথা ভাবিব নোৱাৰা হয়। এয়ে জীৱ-জগতৰ সত্য। সিপাৰে কোঁহ মেলা বিৰিণা এইডৰা হে। বিৰিণাতলিৰ সিমূৰে শহা-পোৱালিবোৰে হাহাকাৰ কৰি আছে। সেয়া, মই ইয়াৰপৰাই শুনিছোঁ। সিহঁতক মাক-বাপেকেই ইয়ালৈ আহিবলৈ দিয়া নাই—কেনেবাকৈ কোঁহবোৰ টুকাই যায় বুলি। কিন্তু নিচেই সৰু থাকোঁতে এই পোৱালিবোৰে আদৰ পাইছিল। এদিন যেতিয়া এইবোৰ পোৱালি ডাঙৰ হব, তেতিয়া সিহঁতে বুঢ়া মাক-বাপেকক খেদি নিজে খাবহি। এয়ে নিয়ম। আমি অৱশ্যে মাক-বাপেক, ককাই-ভাই, গঞা বা বহুতৰ প্ৰতি নিষ্ঠুৰ হব নোৱাৰোঁ। কাৰণ আমি মানুহ। কিন্তু আমাৰো স্বাৰ্থ আছে। আমাৰো জীয়াই থকাৰ অধিকাৰ আছে। আমিও সংগ্ৰাম নকৰিলে বাচিব নোৱাৰোঁ। স্বাৰ্থত বিঘিনি ঘটিলে মায়া-মমতাৰ প্ৰশ্ন নুঠে। আৰু, ই সমূহীয়া স্বাৰ্থ ; জাতীয় স্বাৰ্থ।"

পমীয়ে পুনৰ প্ৰশ্ন কৰিবলৈ একো বিচাৰি নেপালে। সি এইবাৰ বেছি ব্যগ্ৰ হৈ সুধিলে, "বাৰু পমী, মই যেনিবা স্বকীয়া হৈ পৰিলোঁ। এই মানুহখিনিৰ কাৰণে নিজৰ সকলো পৰিত্যাগ কৰিলোঁ। তেতিয়া সিহঁতৰ হৈ অনবৰত যুঁজিব লাগিব, কষ্ট স্বীকাৰ কৰিব লাগিব। হয়তো মৰিবও লাগিব।

তেতিয়া তুমি মোৰ লগ হবা? কিন্তু সাধাৰণ সংসাৰ আমাৰ কাৰণে নহয়। মনত ৰাখিবা।"

পমী নিমাত। তাইৰ ওঁঠ দুটা কঁপিছে। চকু দুটা দৃঢ় হৈছে। আকস্মিতে উচ্ছল মনটোক শিলৰ বান্ধে ভেটা দিছে। তাই কি কব? সকলো নৰ-নাৰীয়েই জানো বীৰাঙ্গনা হব পাৰে? সকলোৰে জানো মন একে? তাই আশ্ৰয় বিচাৰে, নিৰাপত্তা বিচাৰে আৰু বিচাৰিছে—এতিয়ালৈকে নাৰী হৈ নোপোৱা সকলো সুখ। তাই শান্তি বিচাৰে। শান্তিৰে বহুত দিন জীয়াই থাকিবলৈ বিচাৰে। এজনৰ আত্ম-বলিদানৰ বাবে হেজাৰ হেজাৰৰ সুখ-শান্তি হয়। কিন্তু সকলোৱেই জানো নিজক উচর্গা কৰিব পাৰে?

দূৰৈত ৰিণিকি ৰিণিকি দেখা নাওখন সিহঁতৰ পোন পালেহি। তথাপি পমী নিমাত। তাই উভয়-সঙ্কটত পৰিছে। আৰু মুকুলীয়ে মাথোন সম্মতিৰ এষাৰ কথা শুনিবলৈকে তাইৰ মুখলৈ সতৃষ্ণ নয়নে চাই আছে। প্ৰতি-মুহূৰ্ত্ত অসহনীয় হৈ পৰিছে। যেন এযুগ পাৰ হৈছে।

সেয়ে হে সি অধৈৰ্য্য হৈ পৰিল। স্বাভাৱিক হবলৈ চেষ্টা কৰি খুব ধীৰে-সুস্থিৰে কলে, "পমী, ঠিক এই মুহূৰ্ত্ততে মোৰ ইংৰাজী উপন্যাস এখনৰ সৰু দৃশ্য এটা মনত পৰিছে। জৰ্জ ম'ৰেলৰ উপন্যাস। সেয়ে হে কথাটো ইমান দিনলৈ মনত আছে।"

সি ৰৈ গল। কোৱা ভাল হব নে বেয়া হব এষাৰ ভাবি চালে। এনে সময়তে তাই এষাৰ মতাৰ সুবিধা পালে। তাই ভয়ে ভয়ে সুধিলে, "খুব ভাল ঘটনা নেকি? মই এইবোৰ পঢ়াৰ কথা ভাবিবই নোৱাৰোঁ। কেতিয়াও ইংৰাজী উপন্যাস পঢ়াৰ সমান বিদ্যা নহব।"

সি দীঘল হুমুনিয়াহ এটা কাঢ়ি কলে, "এৰা, ময়ো পাগল। ম'ৰেল বা আন কোনোবাই হওক, তোমাৰ মানত সকলো একে। বাৰু, শুনা। ডেকা আছিল বিদ্ৰোহী। প্ৰচলিত সমাজ-ব্যৱস্থাত সি আতুৰ হৈছিল। গাভৰুজনীৰ লগত এনেভাৱে বান্ধ খাই পৰিছিল যে সি আৰু তাই একে বুলিয়েই ভাবিছিল। আৰু ভাবিছিল—দুয়োৰে আত্মাই একেদৰে হাহাকাৰ কৰিছে! সেয়ে হে প্ৰকৃত বিদ্ৰোহৰ সময়ত সি তাইক সুধিলে, 'তুমি মোৰ লগ হবা? আমি বিদ্ৰোহ কৰিম।' বহুত সময় বল। তাই মনে মনে থাকি সম্মতি দিয়া নাই বুলি সি ভাবি ললে। সি বলিয়াৰ দৰে হৈ পৰিল। শেষত কলে, 'ইউ আৰ



ৰিভোল্টিং ক্ৰম্ ৰেষ্ট ডাউনৱাৰ্ড—কঁকালৰপৰা তলছোৱাত হে তোমাৰ বিপ্লৱ দেখা যায়।' তাইৰ মঙহাল শৰীৰটোৱে বিপ্লৱ বিচাৰিছে কাৰণেই যেন তাই তাৰ কাষ চাপিছে···।"

পঞ্চমীয়ে তাৎপৰ্য্য বুজি পাই অধীৰ হৈ পৰিল। মুকুলীক তেনেহলে তাই খুব বেছি হতাশ কৰিছে? তাই সৰু ছোৱালী এজনীৰ দৰে উচুপিবলৈ ধৰিলে, আৰু আকুল হৈ তাৰ বুকুত সোমাই জোৰেৰে সাবটি ধৰিলে। তাইক যেন বাঘ এটাই হে খেদি আহিছে আৰু ভয়ত যেন তাৰ বুকত আশ্ৰয় লৈছেহি।···

## ॥ এঘাৰ ॥

মুকুলীয়ে তাইক পঢ়ুৱাবলৈ আহিছে। কিন্তু এতিয়া সি আন কথা কোৱা নাই। পঞ্চমীয়েও আন কথালৈ আহিবলৈ সাহ কৰিব পৰা নাই। মুকুলী নিৰানন্দ। কাঠফুলা বৰি ৰিজাৰ্ভত ভগনীয়া বহিব নেলাগে বুলি কোনো খবৰ পোৱা নাই। তেনেহলে চৰকাৰে মতামত সলনি কৰাটো অসন্মানৰ কথা বুলি ধৰি লৈছে!

ভৰত শইকীয়াৰ লগত মুকুলীৰ আত্মীয়তা বাঢ়িছে। সিহঁতৰ মাজত ঘনাই ঘনাই আলচ চলিছে।

"কথাটোৰ সোনকালে মীমাংসা হৈ যোৱা হলে ভাল আছিল।"

"কিন্তু শইকীয়া, চৰকাৰ পক্ষই মনে মনে থকাৰপৰাই ধৰি লব নোৱাৰি যে ৰিজাৰ্ভটো আগৰ দৰেই ৰাখিব। আমাৰ গাঁৱৰ মানুহে আহি কলেহি যে অলপতে চাব-ডেপুটিয়ে পুলিচ লৈ আহি জৰিপ কৰি গলহি। চাব-ডেপুটিয়ে বুদ্ধি খটুৱাই কথা এটা কৈ গল।"

"কি কলে?"

"গৰু-ম'হ চৰাবৰ কাৰণে হেনো গোটেইটো ৰিজাৰ্ভ নেলাগে। গতিকে এফালত ভগনীয়া বহিলে ৰাইজৰ হানি নহয়।"

"তেনেহলে এছোৱা-এছোৱাকৈ ভগনীয়াক দখল কৰিবলৈ দিব?"

"মই তেনে বুলিয়েই ভাবিছোঁ। ৰাইজকো তেনেকৈ বুজাবলৈ দুই-একক কৈছোঁ।"

আৰু এপষ গল। এই এপষৰ ভিতৰতে সোণবৰিয়াল স্কুলৰ ভালেখিনি কাম আগবাঢ়িল। ভগীৰথ ভূঞা নামৰ অ'ভাৰচিয়াৰজনে যিখন আঁচনি দিছিল, সেইখন আঁচনিমতেই স্কুলৰ বঙলা ঘৰ এটা থিয় হৈছে। স্কুল-পৰিদৰ্শকো আহিছিল। তেওঁ স্কুলৰ কাম সন্তোষজনক বুলি অভিমত দিছে যদিও ভৰত শইকীয়াক গোপনে এটা কথা কৈ গল। তেওঁ কলে, 'চৰকাৰৰ মঞ্জুৰি নহলে স্কুল টিকিব নোৱাৰে। লৰাৰ মাচুলৰ টকাৰে মাষ্টৰক দৰমহা দিবলৈকে নাটিব। কিন্তু এটা কথা, চৰকাৰে ভাবি-চিন্তি হে মঞ্জুৰি দিয়ে। কিন্তু স্কুলৰ অৱস্থা ভাল হলেও মঞ্জুৰি পোৱাৰ আশা কম বুলি এই অঞ্চলৰ এম. এল. এ জনে কৈছে। তেওঁ কয়, শিক্ষানুষ্ঠান বুলিলেই ৰাজনীতি থাকিব নেলাগিব। কিন্তু মুকুলী বৰাই স্কুলৰ আৰু গাঁৱৰ মানুহক নষ্ট কৰিছে। মোৰ নিজৰ কোনো অভিমত নাই। মই চৰকাৰী বিষয়া। তথাপি ভাবোঁ, গণতন্ত্ৰৰ যুগত সকলোৰে নিজ মত প্ৰচাৰ কৰাৰ অধিকাৰ আছে। পিছে কি হব? আজিকালি বিষয়াৰ ক্ষমতা নাই। মন্ত্ৰী, এম. এল এ.ই সকলোৰে ওপৰত প্ৰভুত্ব খটাইছে।'

ভৰত শইকীয়াই তাকে শুনি বিমোৰত পৰিছে। মুকুলীক কথাটো কোৱা নাই। আচৰিত কথা যে হেড্‌মাষ্টৰ বৰ্ম্মণেও মুকুলীক ভাল নেপায়। স্কুল-পৰিদৰ্শকে হয়তো একে কাৰণতে তেওঁকো দোষী বুলি জনাবলৈ চেষ্টা কৰিছিল আৰু তাৰ ইঙ্গিতো দিছিল। কাৰণ তেৱোঁ সোণবৰিয়ালত হোৱা বাৰখন গাঁৱৰ মিটিঙত আগ-ভাগ লৈছিল।

সেই মিটিংখন হোৱাৰ পূৰা ওঠৰ দিনৰ পিছত আটাইকেইখন গাঁৱত কেৱল এটা কথা: বহুত ভগনীয়া আহিছে। প্ৰায় এহেজাৰতকৈ বেছি। মতা-তিৰোতা, বুঢ়া-বুঢ়ী, লৰা-ছোৱালী; সকলো। কোৰ-কটাৰী, ঘটি-বাটি, বাচন-বৰ্ত্তন, পেৰা-পেটাৰিৰে সৈতে ভগনীয়া আহিছে। কাঠফুলা বৰি পাবলৈ আৰু এবেলাৰ বাট। লগত পুলিচ আহিছে, চাব-ডেপুটি আহিছে আৰু আহিছে কেইটামান পাবত-গজা নেতা।

শিলজুপুৰিৰ মানুহ কিছুমান আহি উত্ৰাৱল হৈ মুকুলীক কথাবোৰ কলেহি। মুকুলী বিচলিত নহল। সি সিহঁতক কিবা দিহা-পৰামৰ্শ দিলে। সিহঁত গল। কিন্তু যাবৰ সময়ত সিহঁতৰ আগৰ দৰে অস্থিৰতা নাই। সিহঁত দৃঢ়-সঙ্কল্পেৰে



উভতি গল। মুকুলী সিহঁতৰ লগত নগল। সি পিছদিনা যাব। দস্তুৰমতে স্কুলৰপৰা ছুটী লৈ যাব। সিবাৰ হঠাতে গুচি যোৱা দেখি ৰাইজে বেয়া পাইছিল।

পঞ্চমীয়ে লক্ষ্য কৰিলে, সি গোটেই নিশা শোৱা নাই। লেম জলি আছে। একোবাৰ সি বাহিৰলৈ ওলাই অহাৰ গম পাইছে। সি তেনেহলে কি কৰিছে? চিন্তা? ভয় আৰু প্ৰতিশোধৰ অগনি? সি ভয় নকৰে। সি জীয়াই থকাৰ স্বত্বৰ কথা ভাবিব পাৰে, কিন্তু প্ৰতিশোধ আৰু ঘৃণা তাৰ মনত নাই।

পুৱাই আহি সি ভৰত শইকীয়াক লগ ধৰিলে। শইকীয়াৰ লগতে পঞ্চমীও ওলাই আহিল। তাইৰ কান্দি পেলাবৰ মন গল। তাৰ মুখখনলৈ চাবকে নোৱাৰি। ওঁঠ শুকান, মুখ শুকান। চকু ৰঙা। সি যেন ডাঙৰ বেমাৰত পৰিছিল। চুলি আউল-বাউল, হয়তো সি দুৰ্ব্বল। আগৰ দৰে বুকু ফিন্দাই বহা নাই।

শইকীয়াই পোনতে মাত লগালে, "তালৈ যোৱাৰ কথা ভাবিছে?"

মুকুলীয়ে কলে, "যোৱাৰ সময় পাৰ হল কিজানি। সিহঁত কালিয়েই ৰিজাৰ্ভ পাই টৌ-খুঁটি মাৰি বহিল হবপায়। কিন্তু কালি নগলোঁ, আপোনালোকৰ স্কুলখনৰ কাৰণেই। পুলিচে পোনতে মোকেই গ্ৰেপ্তাৰ কৰিলেহেঁতেন। এইখন দৰখাস্ত লওক। পাঁচ দিনৰ কেজুৱেল লৈছোঁ।"

"কিন্তু..."

"মাথোন দৰখাস্তখন ৰাখি থওক। নহলে আপোনালোকৰ স্কুলৰ হে বিপদ। মোক এইবোৰ কাম কৰিবলৈ সুবিধা দিছে বুলি আনে ভাবিব পাৰে। হেড্‌মাষ্টৰে গ্ৰাণ্ট্ কৰে বা নকৰে মোৰ ভাবিবলৈ সময় নাই। ইয়াত নিগাজিকৈ কাম কৰিম বুলি অহাও নাছিলোঁ। এদিন যদি মোক কামৰপৰা আঁতৰায় তেতিয়াও আপোনালোকক বেয়া নেপাওঁ। মোৰ নিচিনা মানুহ নিৰ্জীৱ শিক্ষক হব নোৱাৰে। হয়তো বন্ধা-ধৰা নিয়মত চলা কোনো চাকৰিৰ কাৰণে মই উপযুক্ত নহয়। কি কোৱা, পঞ্চমী?"

পঞ্চমী বিমোৰ। তাই কি উত্তৰ দিব? তাৰ মনৰ সাগৰখনৰ অশান্ত উৰ্ম্মিৰ কথা কেৱল তাই হে জানে। ভৰত শইকীয়াই হে মাত লগালে, "আপুনি যাওক। কিন্তু মনত ৰাখিব, আপোনাক আমি এৰিব নোৱাৰোঁ। আমাক যাতে আন ধৰণে নেভাবে।"

এইকেইটা কথাতে ভৰত শইকীয়াৰ অকুণ্ঠ সমৰ্থন ওলাই পৰিল। তেওঁ আজি চহৰলৈ যোৱাৰ কথা। ঠিকা এটাৰ কাৰণে 'টেণ্ডাৰ' দিয়াৰ শেষ তাৰিখ। এইটো ঠিকা হেনো পাবও। অ'ভাৰচিয়াৰ ভগীৰথ ভূঞাই কথা দিছে। তাৰ হেনো এক্‌জিকিউটিভ্ ইঞ্জিনিয়াৰৰ লগত বেছ বুজা-পৰা আছে। সি ঘৰতে আহি কৈ গলহি।

ভৰত শইকীয়া ওলাই আহিল। তেওঁ কলে, "ময়ো পৰহিলৈ সেইফালে যাম। আপুনি বহক। চাহ খাওক। মই যাওঁ বাৰু। দহটাৰ আগতে পাবগৈ লাগিব।"

শইকীয়া গলগৈ। পঞ্চমীয়ে চাহ আনি দিলেহি। কিছুসময় সিঁহতৰ কথা-বতৰা নাই।

"পমী!"

"কি?"

"খুবায়েৰাৰ দৰে তুমিও মঙ্গল চিন্তা কৰিছা?"

তাই থিয় দি ৰল। থোকাথুকি মাত শুনা নগল, উচুপনিও শুনা নগল। মুকুলীয়ে মাথোন দেখা পালে, তাইৰ দুগালেদি ধাৰাসাৰে চকুলো বৈছে। সি জানে, এনে সময়ত, এনে এটা বিচ্ছেদ-মধুৰ অসহ্য মুহূৰ্তত তাই একো কব নোৱাৰে। সি বৰ দুখ পালে। চাহটুপি গিলিবলৈ চেষ্টা কৰিলে, আৰু দুঢোকাতে শেষ কৰি সি থিয় হল। পাঞ্জাবী-চোলাটোৰ তল-জেপৰপৰা এটা লেফাফা উলিয়ালে। লেফাফাটো বন্ধ। লা'ৰ ওপৰত বহল পইচাৰে ভালকৈ মোহৰ মাৰি থোৱা। সি থেৰোগেঁৰোকৈ কলে, "মই লিখা চিঠি। কিন্তু পমী, মোৰে শপত সোনকালে যেন নোখোলা। এবছৰৰ মূৰত খুলিলে হে মোৰ লিখাৰ উদ্দেশ্য কামত আহিব।"

এইবুলি কৈ সি হঠাতে আঁতৰি গল। চিঠিখন হাতত লৈ পঞ্চমী সৰগ পৰা মানুহৰ দৰে থিয় দি ৰল। অলপ সময়ৰ পিছত তাইৰ সম্বিত আহিল। চিঠিখন চাদৰৰ তলত লুকুৱালে আৰু সি থকা সৰু ঘৰটোলৈ চাই ৰল। তাইৰ বুজিবলৈ বাকী নেথাকিল যে সি তাইৰ ওচৰলৈ অহাৰ আগতেই ঘৰটোৰ তলা বন্ধ কৰি থৈ আহিছিল।...



আবেলি গাঁৱত নানা তৰহৰ কথা শুনিবলৈ পোৱা গল। কিছুমান হয়তো সঁচা, কিছুমান উৰা-বাতৰি। কোনোৱে কয়, 'ভগনীয়াবোৰৰ বেছিভাগ পলাল। কেইটামান হেনো মৰিব, পেটত আফৰিব খোঁচ খাইছে। গঞাও বহুত ঘাইল হৈছে। পুলিচৰ বেয়নেটৰ খোঁচ খাইছে দুইপক্ষই। পুলিচেও এসেকা পাইছে। তিনিটা পুলিচৰ মূৰ ফাটিছে।'

কোনো কোনোৱে কয়, 'মুকুলীৰ জখম হৈছে। তাক হেনো পুলিচে সেই অৱস্থাতেই চহৰলৈ লৈ গৈছে।'...

এইবোৰ শুনি পঞ্চমী ব্যাকুল হৈ পৰিছে। তাই কাৰ কথা বিশ্বাস কৰিব? মুকুলী ৰাইজৰ নেতা। সিহঁতে তাক কাজিয়া কৰিবলৈ লগ ধৰিব নে? তাইৰ সোণাইৰ পাৰলৈ গৈ অকলে অকলে বিনাই বিনাই মনৰ দুখ পাতলাবৰ মন গৈছে। ভৰত শইকীয়াও নাই। গধূলি হে আহিব।

ৰাতি আঠমান বজাত ভৰত শইকীয়া ওলালহি। তাৰ লগত শিলজুপুৰিৰ কেইটামান মানুহ। এতিয়া হে পঞ্চমীয়ে আচল খবৰ পালেঃ মুকুলী সোণবৰিয়ালত থকাৰ দিনাই গণ্ডগোল আটাইতকৈ বেছি। গাঁৱৰ মানুহৰ দিহা-পৰামৰ্শ বিচাৰি মুকুলীৰ ওচৰলৈ আহিবলৈ ধৈৰ্য্য হেৰাই গল। ধৈৰ্য্যৰ সীমা হেৰাই গল। অকাৰণতে গাত কোনোবাই খোঁচ মাৰিলে অহিংস হৈ পুনৰ বিবেচনা কৰাৰ সংযম হেৰাই যায়। কাঠফুলা বৰি হল সোণাইৰ সিপাৰৰ মানুহৰ প্ৰেম-প্ৰীতি আৰু এৰি অহা মধুৰ জীৱনৰ নিলিখা ইতিহাস! কত স্মৃতি, কত বেদনা, কত সোণাইপৰীয়া দৰ্শন কাঠফুলা বৰিয়ে আবৰি ৰাখিছে! সোঁমাজত কৰাইথোৱা গছ-তল। তাতে বিহুত ডেকা-গাভৰুৱে উলাহত নাচে। তাতে ডেকা-কালত এতিয়াৰ ডেকা-ডেকেৰীৰ বাপেক-মাক, ককাক-আইতাকে নাচিছিল। তাতে চাগৈ কতৰ প্ৰথম প্ৰেমে জীপ লৈছিল, কতৰ লৈছে আৰু কতৰ জীপ লবলগীয়া আছিল! বৰিৰ দক্ষিণ মূৰে শীতলপাটী মৰিশালি। বোপা-ককাৰ শীতল শেতেলি। দুদিনীয়া জীৱনৰ নিয়ত সৌৰৱণ। পশ্চিম মূৰে বৰিটোৱে আগুৰি ৰাখিছে এডৰা কাঠ-হাবি। নাম ফুটুকি হাবি। ফুটুকি হাবিৰ কাঠেৰেই ৰাইজে নাও সাজে। তাৰ কাঠেৰেই নামঘৰ হৈছে। এসময়ত ফুটুকি হাবিত হেনো তুলসী হৈছিল। একো একোজোপা তুলসী হেনো আঁকোৱালি ধৰিব নোৱাৰাৰ সমান ডাঙৰ হৈছিল। শঙ্কৰ গুৰুৱে হেনো ইয়াৰ-পৰাই নামঘৰ সজাবলৈ তুলসীৰ খুঁটা নিয়াইছিল। এতিয়াও বৰদোৱাৰ বৰফালৰ

নামঘৰটোত ছুটা-এটা খুঁটা পোৱা যায়। শিলজুপুৰিৰ নামঘৰত এটা ৰজা-দিনীয়া তুলসীৰ খুঁটা আছে। এইটো খুঁটাও হেনো ফুটুকি হাবিৰ।

এতিয়া এনেখন কাঠফুলা ৰবিত ভগনীয়া বহিব? কৰাইখোৱা গহ-তলৰ চিন-চাব নাইকিয়া হব। ফুটুকি হাবি কাটি খাস্তাং কৰিব। বোপা-ককাই শান্তিৰে জিৰণি লৈ থকা শীতলপাটীৰ সাৱত হয়তো সিহঁতে খেতি কৰিব। নহলে তাতে যক্ষ হৈ বহিব। ডাঠ সেউজীয়া ৰবিটোত সিহঁতে খেতি কৰি চহকী হৈ পৰিব। তাকে খিলঞ্জীয়া মানুহে হাঁ কৰি মুখ মেলি চাই থাকিব? কাপুৰুষ হব? অসহ্য।

সেইকাৰণেই চাৰিওখন গাঁৱৰ মানুহে যাঠি-জোং লৈ খেদি গল। ভগনীয়াও কম নহয়। যুঁজ কৰাৰ অভ্যাস আছে। পুলিচেও যুঁজখন দমাব নোৱাৰিলে। ছুটা পুলিচ ভালকৈ ঘাইল হল। ভগনীয়া পাঁচটা যাঠিৰ খোঁচত মৰিল! ইপক্ষৰ মৰিল ছুটা—যদু আৰু সৈয়োৰাম। ভগনীয়াৰ এফালতকৈ বেছি আহত হল। ইপক্ষৰো প্ৰায় আঢ়ৈ-কুৰিমান মানুহ আহত হল। মুকুতা আৰু সিৱলু বেয়াকৈয়ে জখম হৈছে। বাচিব বুলি আশা কৰিব নোৱাৰি। চিৰসেউজীয়া কাঠফুলা ৰবি তেজেৰে ৰাঙলী হল। তিষ্ঠি থকাৰ বাবে ৰক্তপাত।

ৰাতি এক ট্ৰাক মিলিটাৰী আহি কুঁজীত নামিলহি। পেৰেড্ কৰি কাঠফুলা ৰবি পালেগৈ। সেই সময়তে আহতবোৰক চহৰলৈ নিয়া হল। আৰু একুৰিমান মানুহকো মাৰ-ধৰ কৰি জেললৈ লৈ গল। পিছদিনা ছুপৰীয়া মুকুলী গৈ পোৱাত তাকো গ্ৰেপ্তাৰ কৰি তুৰন্তে লৈ যোৱা হল। এতিয়া ভৰত শইকীয়াৰ লগত অহা মানুহকেইটাই তাক নিৰ্দ্দোষী বুলি কৈ জামিনত খালাচ কৰিবলৈ গৈছিল। কিন্তু জামিনত তাক খালাচ দিয়া নহল। বৰচাহাবৰ হুকুম। তেওঁ কৈছে যে এই সকলোৰে মূলতে এইটো মানুহেই। তাক এবছৰ-ছুবছৰ জেলত ৰাখিব নোৱাৰিলে সেই অঞ্চলত শান্তি নহব।

পিছদিনা ভৰত শইকীয়া শিলজুপুৰিলৈ গল। তেওঁ দেখিলে, গাঁওবোৰত ক'তো প্ৰাণৰ সঁহাৰি নাই। ধান চপোৱাৰ দিন। কিন্তু অধিকাংশ মানুহৰ কামত উৎসাহ নাই। তেওঁৰ অসহ্য হল। কাঠফুলা ৰবিৰ ফালে আগবাঢ়ি গল। কাঠফুলা ৰবিও নিজম। এচুকত ভগনীয়াবোৰ থুপ খাই আছে। সিহঁতক পুলিচে পহৰা দিছে। সিহঁতৰো একেই অৱস্থা। বেচেৰাহঁত!



সিহঁতৰো যদি জীৱিকাৰ সংস্থান থাকিলহেঁতেন, তেনেহলে সিহঁতেওতো ইয়ালৈ নাহিলহেঁতেন!

খলপীয়া, দেওৰা, শিলজুপুৰি আৰু কুসুম্বৰী কঁকালত কোব খোৱা সাপৰ দৰে পৰি আছে। চকুত অগ্নি আছে, প্ৰতিহিংসা আছে; কিন্তু দেহ বিকল। গাঁওকেইখনৰ মানুহে দিখিদিগ্ শূন্য দেখিলে। আজি সিহঁতৰ মাজত মুকুলী নাই। সৰু সৰু জুপুৰিবোৰৰ ভিতৰত মৰিশালিৰ নিস্তব্ধতা। পথাৰত মুনিহ-তিৰোতা আছে। তথাপি পথাৰ ৰিঙা ৰিঙা।

তেনেহলে—অপমান, লাঞ্ছনা আৰু অত্যাচাৰৰ কোনো প্ৰতিকাৰ নাই?—তেওঁৰ মনত কেৱল এটা প্ৰশ্ন। সকলো যুগেই হাহাকাৰৰ যুগ। মানুহ চাৰ্কাচৰ পশু নহয়। মানুহ প্ৰচলিত ব্যৱস্থাত কেতিয়াও সন্তুষ্ট নেথাকে। কাৰণ ঈশ্বৰে পৃথিবী নগঢ়ে, মানুহে হে নিজৰ কল্পনামতে পৃথিবী গঢ়ে। সেইকাৰণেই প্ৰত্যিটো যুগেই বিপ্লৱৰ যুগ—আত্ম-প্ৰতিষ্ঠাৰ, নতুনকৈ গঢ়াৰ, ব্যক্তিত্ব বিকাশৰ।

গধূলি শইকীয়া ঘৰ পালেহি। সুভদ্ৰা আৰু গুণীতৰাই একেলগে সুধিলে, "তাক বাৰু এৰি দিলে নে?" তেওঁ একো নেমাতিলে। পঞ্চমীয়ে শুনি আছিল। তাই কিবা এটা সুধিম বুলি ভাবিছিল। কিন্তু খুৰায়েকক অসম্ভৱ গহীন দেখি কথা গহীন বুলি ধৰি ললে, আৰু সুধিবলৈ সাহস নহল।

ভালেমান পৰৰ মূৰত শইকীয়াই উপযাচি কলে, "মুকুলী আৰু লগৰ একুৰি মানুহ জেলত থকাটো মুকুলী বা সিহঁতৰ কাৰণে পৰাজয় নহয়। কিন্তু সিহঁতক জেলৰপৰা খালাচ দিলেও যদি কাঠফুলাত ৰিফিউজী বহে, তেতিয়া হে ধৰিব লাগিব সিহঁতৰ পৰাজয় হৈছে।"

পঞ্চমীয়ে একো বুজিব নোৱাৰিলে। তাই ভাবিলে—তেনেহলে মুকুলীৰ আঁচনি ভুল আছিল? এতিয়া কোনে ইয়াৰ উত্তৰ দিব? সি হয়তো আগতেই জানিছিল যে তাৰ এই অৱস্থা হব। সেইকাৰণেই সি তাইৰ হাতত মোহৰ মৰা চিঠিখন দি গৈছিল। তাতে কিজানি ইয়াৰ উত্তৰ আছে। কিন্তু খুলিবলৈ যে মানা কৰি গৈছে! এতিয়া যদি কৌতূহল দমাব নোৱাৰি খুলি চায় তেনেহলে তাক অপমান কৰা হব, তাক উলাই কৰা হব। আৰু, চিঠিত থকা কথাই যদি তাইক হতাশ কৰে? নিশ্চয় এই মোহৰ মৰা চিঠিত অপ্ৰিয় কথাই আছে। নহলে মোহৰ মাৰি তাইক এই চিঠি নিদিলেহেঁতেন। এয়ে হয়তো তাৰ প্ৰথম আৰু শেষ চিঠি। তাইৰ বহুত কোমল কল্পনা এই চিঠিত থুপ খাই আছে।

অধৈৰ্য্য হৈ খুলি চাই কল্পনা চূৰমাৰ কৰিবলৈ তাইৰ ভয় হৈছে। কিন্তু তাইৰ খুব কৌতূহল! তাই শান্তি পোৱা নাই।

পোনতে তাই চিঠিখন জপা কাপোৰ কিছুমানৰ মাজত লুকুৱাই থৈছিল। তাইৰ এটা সৰুকীয়া ট্ৰাঙ্ক আছে। এতিয়া ট্ৰাঙ্কৰ এচুকত চিঠিখন ৰাখিলে, আৰু তলাটো বন্ধ কৰি থলে। চাবিটো মাকক দি দিলে। হয়তো চাবিটো লগত থাকিলে ঘনে ঘনে খুলি চোৱাৰ প্ৰলোভন সামৰিব নোৱাৰিব।

সময়ৰ সোঁতে নৈৰ জাঁজিৰ দৰে দিনবোৰ উটুৱাই নিলে। এমাহ গল। এদিন শুনিবলৈ পোৱা গল যে একুৰি মানুহক মুচুলুকা লৈ এৰি দিলে, কিন্তু মুকুলীক এৰি নিদিলে। তাৰ বিৰুদ্ধে গোচৰ আছে। হাজতত ৰখা মানুহবোৰ নিজ নিজ ঘৰলৈ আহিল। সিহঁতে কিছুমান নজনা-নুশুনা কথা কলেহি। চহৰলৈ লৈ যাওঁতে সিহঁতক উদণ্ড পুলিচে মাৰ-ধৰ কৰিছিল যদিও, হাজত পোৱাৰ লগে লগে সিহঁতক কৰ্ত্তৃপক্ষই ভাল ব্যৱহাৰ কৰিছিল। খোৱা-বোৱাও ভাল আছিল। মুকুলীক চৰকাৰে খুব ভালকৈ ৰাখিছে। সি ঘৰত থকাতকৈও ভালকৈ আছে। পুৱা চাহৰ লগত ৰুটী-মাখন খায়। ৰাতিৰ কাকত আৰু কিতাপ-পত্ৰও তাক যোগান ধৰে। দুদিন তাক কাচাৰীলৈ নিছিল। কিন্তু হাত-কেৰেয়া লগোৱা নাছিল। তাৰ কাপোৰবোৰো ধোৱাই ধোৱা। সিহঁতে শুনিবলৈ পাইছিল যে স্বয়ং বৰচাহাবে তাক 'আপুনি' বোলে।

এইবোৰকে শুনি পঞ্চমীৰ বুকু ফুলি উঠিছিল। সি নায়ক। গাঁৱতো, কলেজতো আৰু হাজতত থাকোঁতেও। খুবায়েকৰ অভিমত এটাৰ মৰ্ম্ম তাই বুজি নেপায় : জেলত থকা মানেই তাৰ জয় হোৱা। কাৰণ তাক এৰি নিদিয়াৰ অৰ্থ হল—সিহঁতে তালৈ ভয় কৰে।

কিন্তু তাৰ কেতিয়া পৰাজয় হব? সি হয়তো কলেহেঁতেন যে যদি সি নিজৰ কাৰণে ভাবি ভাল চাকৰি এটা কৰি চহৰত থাকিলহেঁতেন আৰু বিলাস-আৰামত দুখৰ অতীত পাহৰি গলহেঁতেন, তেতিয়াই তাৰ পৰাজয় হলহেঁতেন। জীৱনত যিয়ে সহজ উপায় বাছি লয়, সিয়েই হাৰ মনা মানুহ। এতিয়া ভৰত শইকীয়াই কয় যে তাক এৰি দিও যদি চৰকাৰে কাঠফুলাত ভগনীয়া বহুৱায়, তেনেহলে ভাবিব লাগিব যে মুকুলীয়ে হাৰ মানিছে।

শইকীয়াৰ অনুমান সঁচা। এদিন তিনিখন ট্ৰাক কুঁজীত ৰলহি। ঘটি-বাটি, কোৰ-কটাৰী, চৰু-হাড়ীৰে সৈতে ভগনীয়াবোৰক কাঠফুলা বৰিৰপৰা



কুঁজীলৈ খোজ কঢ়াই অনাই পিছত পুলিচে ট্ৰাকত বোজাই কৰি লৈ গল। পিছদিনাই মানুহে শুনিবলৈ পালে যে সিহঁতক চাপৰমুখ জংচনৰ প্লেটফৰ্মত ৰাখিলে। চাব-ডেপুটি আৰু নাজিৰ এটা কাঠফুলা বৰিলৈ পিছত আহিছিল। ৰাইজৰ কেইজনমানে তেওঁলোকক লগ ধৰোঁতে কলে যে চৰকাৰে মত বদলি কৰা নাই। কিছুদিনৰ কাৰণে হে ভগনীয়াবোৰক আঁতৰাই ৰখা হৈছে।

কাঠফুলা বৰি তেজেৰে ৰাঙলী হল, কিন্তু ৰক্তপাতৰ পিছত কাঠফুলা বৰিৰ সন্মান আৰু ঐতিহ্য ৰক্ষা পৰিল। ৰাইজৰ আশ্ৰয়ৰ স্থল আৰু দেহৰ আপোন কাঠফুলা বৰিৰ আত্মাই তেজ বিচাৰিছিল। ৰক্তপাতে আৰু আত্ম-বলিদানে কাঠফুলা বৰিৰ প্ৰতি প্ৰেম গভীৰ কৰিলে। নিবলে ছাঁ দি থকা আঁহত গছৰ ডালত গৰখীয়াৰ কলৰৱ শুনিবলৈ পোৱা গল। শীতলপাটী মৰিশালিৰ মুখৰ নিৰৱতাই মানুহৰ খন্তেকীয়া প্ৰেম-প্ৰীতি, মৰম-চেনেহ গভীৰ কৰি তুলিলে। সেউজীয়া মখমলৰ দৰে ঘাঁহনিত গৰু-গাই চৰিল। ফুটুকি হাবিত কিজানি বনদেৱীয়ে বনফুলৰ গন্ধ লৈ লৈ, বনৰীয়া চৰাইৰ চিনাকি গীত শুনি শুনি শান্তিৰে কাল কটাবলৈ ধৰিলে। কিন্তু ভগনীয়া অহাৰ আগতে এদিন ফুটুকি হাবিৰ মাজৰপৰা মাজৰাতি কোনো কোনোৱে বনদেৱীৰ বিননি শুনিবলৈ পাইছিল। অতি কৰুণ সেই বিননি! মাজনিশাৰ কেতেকীৰ মাতো ইমান হিয়া-ভগা নহয়।

কিন্তু মুকুলী? মাথোন এটা কৰুণ স্মৃতি! সাহসিকতাৰ, অসামান্য উচৰ্গাৰ। নিজৰ কাৰণে ভবা হলে সিওতো শাসক হব পাৰিলেহেঁতেন!

তিনি মাহ পাৰ হল। আকৌ বাৰিষা হল। সোণাইত উজান উঠিল। আকাশে পলকে পলকে প্ৰকৃতিৰ বৈচিত্ৰ্য দেখুৱালে। বাওধানৰ কোমল পাত বতাহত নাচি নাচি কৃষকৰ প্ৰাণত আশা-চালি ধৰালে। জাকৈয়া ছোৱালীৰ মঙহাল কলাফুলে বাৰিষাৰ পানীক জীৱন দিলে। দলনিৰ ডাউকে আৰু ম'হ-গুৱালৰ পীৰিতিৰ উকিয়ে বতাহত ঢৌৰে ঢৌৰে হেপাহ সিঁচিলে। চৌদিশে যৌৱন। আকাশত মেঘৰ যৌৱন। তলত নীলা পানীৰ উন্মত্ত যৌৱন। উজানৰ মাছৰ যৌৱন। সিহঁতৰ যে জল-কেলিৰ ঋতু! কিন্তু পঞ্চমীৰ?—

"জল বিনে মীন নোহে, ৰবি বিনে দিন,
কৃষ্ণৰ বিৰহে গোপী দেহ ভৈলা খীণ...।"

তাই আৰু কিমান সহিব! হঠাতে এদিন, এই ভৰ বাৰিষাৰে এদিন,

গধুৰ ভাবনাৰ মাজতে এটা চুটি খবৰে তাইৰ সকলো আশা-ভাৰসা, সুখ-দুখ, হিয়া-মন ওলট্-পালট্ কৰি পেলালে। খবৰটো পালে, চহৰত কেৰাণী কাম কৰা বিজয়, যতীন আৰু মালভোগৰপৰা। খুব চুটি খবৰ। কিন্তু সোণাইৰ দুই পাৰে এই খবৰে খলক তুলিলে: 'সাম্প্ৰদায়িক সংঘৰ্ষৰ উদ্দেশ্যে উচটুৱাৰ বাবে মুকুলী বৰাৰ ৰাজনৈতিক কাৰণত ডেৰ বছৰ জেল হৈছে।'...

## ॥ বাৰ ॥

ডেৰ বছৰ! বহুত দিন। এইবেলিৰ বাৰিষা। তাৰপিছত আকৌ এটা বাৰিষা। এইবেলিৰ ফাগুনো অথলে যাব। তাৰপিছত ঘূৰিটো ফাগুনত সি আহিব নে? বহুত দিন। এদিনেই এযুগ। তাৰ অবিহনে সোণাইৰ পাৰ উকুঙা। আকৌ অসহ সন্ধিয়া। হিয়া ছিৰলা-ছিৰলি কৰা নিৰৱ দুপৰ। চাৰিওফালে কেৱল জীয়াই থকাৰ একেসুৰীয়া গতি। আমনিদায়ক। তাই, বাইশত ভৰি দিয়া পঞ্চমীয়ে, বাহিৰৰ জগতৰ লগত মনৰ সংযোগ হেৰুৱাইছে। দেহত গাভৰু-সুলভ অস্থিৰতা নাই। কিন্তু মন উৰিছে—ধেনুভিৰীয়া ৰেখাৰে উৰি যোৱা শৰালিৰ লগত, বগলীৰ লগত, বন-বিৰিণা কঁপোৱা মুকলি বায়ুৰ লগত। অকলে অকলে সোণাইৰ পাৰত বহিছে। ভাবিছে। চকুলো নিজৰিছে। ভাবৰ আৰম্ভণি নাই, শেষ নাই। হিয়াই বিচৰা সন্দেহৰ উত্তৰ নাই। আৰু কিমান দিন? আৰু, চিঠিখন? এনে এটা সময়তে, অপাৰ বেদনাৰ লেশমানো সমাধান বিচাৰি নোপোৱাৰ সময়তে, চিঠিখন খুলি পঢ়িবলৈ সি মোহৰ মাৰি থৈছিল?

বাৰিষাৰ দীঘল দিন। গৰমৰ বন্ধ পৰিছে। স্কুললৈ যাবলৈ নোপোৱাত তাইৰ অশান্তি বাঢ়িছে হে। গৰমত থাউনি নেপাই মাক আৰু সুভদ্ৰাই দুপৰীয়া চ'ৰা-ঘৰতে পাটী এখন পাৰি পৰি আছে। মাজে মাজে বিচিছে। মাজে মাজে কল্মটিয়া টোপনি আহিছে। আকৌ মাখি বগোৱা কাৰণে সাৰ পাইছে আৰু বিচনি ধৰিছে। শোৱা-ঘৰটোত কোনো নাই। এয়ে উত্তম সুযোগ। কিন্তু



চাবিটো? তাই মাকক লক্ষ্য কৰিলে। চাদৰৰ আঁচলত চাবিটো নাই। তেনেহলে মাকে চাবিটো ফৌকামৰ ওপৰত কীৰ্ত্তন পুথিখনৰ ওচৰত থৈছে।

তাই চাবিটো হাতত ললে। কঁপা কঁপা হাতেৰে তলাটো খুলি মোহৰ মৰা চিঠিখন উলিয়ালে। বুকুখন জোৰেৰে ধপ্‌ধপাবলৈ ধৰিলে। চিঠিখনে হাতত ভৰ কৰিছে। সৰু নিৰল কোঠালিটোত মুকুলীয়ে প্ৰাণ পাইছে—তেজ-মঙহৰ শৰীৰত মৰম-পিয়াসী প্ৰাণ! চিঠিৰ ভিতৰত তাৰ পুৰুষোচিত কথা-বতৰাবোৰ জাক পাতি আছে।

লাহে লাহে লা'ৰ মোহৰ খুলি তাই চিঠিৰ পাতটো হাতত ললে।...
"মৰমৰ পমী,

এই চিঠি পঢ়াৰ সময়ত চাগৈ মই বহুত দূৰৈত। হয়তো মই নাই। নতুবা বেয়াকৈ ঘূণীয়া হৈ ক'ৰবাত কোনেও নজনাকৈ সময় কটাইছোঁ। তুমি হতাশ নহবা, পমী। মই আহ্বান শুনো। এই আহ্বান যাদু-মন্ত্ৰৰ দৰে। মই ৰব নোৱাৰোঁ। যদি ৰওঁ, তেনেহলে অশান্তিয়ে কলিজা খুলি খুলি খায়। জীৱনৰ উদ্দেশ্য কি?—বহুত ভাবিলোঁ। সামান্য উত্তৰ এটা পাইছোঁ। মই অশান্ত। অশান্ত মানুহে নিজক শেষ কৰি দিব পাৰে। ইমানতেই তাৰ শান্তি। এয়ে তাৰ প্ৰবৃত্তি। তাৰ কাৰণে আন পথ নাই। আনে ফল ভোগ কৰে—খুব কম সংখ্যক মানুহৰ উচৰ্গাৰ বাবে হে। কেতিয়াও, বোধকৰোঁ সুখৰ দিনতো মই সুখেৰে নিজক খাপ খুৱাব নোৱাৰিম। মই নন্‌-কন্‌ফৰ্‌মিষ্ট্‌। সদায় নতুন কিবা এটা বিচৰাই মোৰ স্বভাৱ। জগতৰ প্ৰতিটো বছৰেই সন্ধিক্ষণৰ বছৰ, বিপ্লৱৰ বছৰ। আৰু, মই আগতেই কৈছোঁ পমী, বিপ্লৱৰ আন এটা নাম যৌৱন। তোমাক বিচাৰিছিলোঁ নতুন ধৰণেৰে। প্ৰেয়সী হিচাপে নহয়, পত্নী হিচাপেও নহয়। প্ৰিয়া হিচাপে। একে উদ্দেশ্যেৰে একে ধৰ্ম্মত প্ৰবৃত্ত হৈ জীৱনটোত গতি দিবলৈ। ধৰ্ম্ম মানে নামঘৰৰ ভিতৰত কোৱা-মেলা কৰা ধৰ্ম্ম নহয়। ধৰ্ম্ম মানে মানসিক গুণ। সকলোৰে এই গুণৰ মিল নেথাকিব পাৰে। সেইকাৰণেই মানুহ অকলশৰীয়া। মানুহ স্ব-ধৰ্ম্মত নিধন হয় অকলে, স্ব-ধৰ্ম্মত লাগি থাকি আতুৰ হয় অকলে। তোমাৰপৰা সঁহাৰি পাবলৈ খুব আশা কৰিছিলোঁ। কিন্তু সন্দেহ হয়, মই কিজানি সেই সঁহাৰি পোৱা নাছিলোঁ। সঁহাৰি দিছিলা যদিও মোৰ সামান্য অনুভূতিয়ে ধৰিব পৰা নাছিল।

বুইছা পমী, স্বাভাৱিক মাপ-কাঠীৰে বিচাৰ কৰিবলৈ গলে, মই অতি অনুপযুক্ত মানুহ। সুখ আৰু শান্তি হয়তো উপভোগ কৰে স্বাভাৱিক মানুহে। অভিলাষ নথকা, পৰিবৰ্ত্তন নিবিচৰা মজলীয়া তৰপৰ মানুহে হে। সেইবোৰ মানুহলৈ মোৰ খুব শ্ৰদ্ধা হয়। তেনে মানুহৰ সমষ্টিয়েই জনতা। জনতাৰ দুখ দেখিলে সেইকাৰণেই মোৰ অন্তৰ পোৰে। মই অসাধাৰণ নহয়। নিশ্চয় অসাধাৰণ নহয়। কিন্তু অস্বাভাৱিক। মোৰ কাৰণে সংসাৰ-যাত্ৰা অসম্ভৱ। মই কোনো সুন্দৰ জীৱন বিচৰা গাভৰুক সন্তোষ দিব নোৱাৰোঁ। মোক ভাৰসা কৰিলে হয়তো কোনো সুস্থ মনৰ স্বাস্থ্যৱতী গাভৰুৱে জীৱনত নিকাৰ ভুগিবলৈ হে আছে। সেইকাৰণেই মোৰ প্ৰণয়লৈ ভয়। বুজা-পৰা হোৱালৈ ভয়। জীৱনৰ কুদৰ্য্যতায়ো মোক ইমান ভয় খুওৱা নাছিল। কিন্তু আচৰিত কথা যে এই ভয় মৰম আকলুৱা ইচ্ছাৰ বিৰুদ্ধে হে।

নিশ্চয় গনেশ গগৈৰ কবিতা পঢ়িছা। গগৈৰ হিয়া ছিৰলা-ছিৰলি হৈছিল নোপোৱাৰ যাতনাত। ইংৰাজ কবি শ্বেলীৰ কুঁহিপাত-লেখীয়া মনত ঘা লাগি তেজ ওলাইছিল। কিন্তু তেওঁলোকে জানো আপোন আপোন প্ৰণয়িনীক পাই সুখী কৰিব পাৰিলেহেঁতেন? নিজে সুখী হলহেঁতেন?

পিছে, মোৰ আপোন ৰাজ্যৰ অভিলাষে মোক কঠিন কৰিছে। তোমাৰ মৰমে, আৰু তোমালৈ মৰমে তোমালৈ হাত নেমেলি হে আদেশ দিছে যেন লাগে। অৱশ্যে কেতিয়াবা কেতিয়াবা হে। আৰু, এই চিঠি লিখা ৰাতিটোতো।

তুমি সুখী হোৱা, পমী। তুমি স্বাভাৱিক। কিন্তু তোমাৰ ৰূপ অসাধাৰণ। ধৰণীত অদ্ভুত ব্যতিক্ৰম। পৃথিৱীত বহুত ভাল মানুহ আছে। এনে মানুহ আছে যি কেৱল প্ৰয়োজন অনুসাৰে হে ধন বিচাৰে। ভালকৈ থাকি, ভালকৈ খাই-বৈ থাকিবলৈ বিচাৰে। প্ৰয়োজনৰ বয়সত সঙ্গিনীৰ দেহৰ উম বিচাৰে। অকৃত্ৰিম মৰম দিবলৈ মন হাহাকাৰ কৰি উঠে—বিহুগীত ৰচা পুৰণিকলীয়া অজান কবিজনৰ দৰেই। এনে মানুহে আশা কৰা সকলোখিনি পায়। কাৰণ আকাঙ্খাবোৰ নিজৰ যোগ্যতাৰে সফল কৰিব পৰা ধৰণৰ। তেনে মানুহলৈ মোৰ ঈৰ্ষা নাই। তেওঁলোকে নিজ ধৰ্ম্মত চলি পৃথিৱীৰ অনৰ্থক শূন্যতাত অৰ্থ দিছে।

পমী, তোমাৰ যি ৰূপ, তোমাৰ যি গুন, কোনে তোমাক পৰীৰ দৰে নেৰাখিব? প্ৰেমৰ অলেখ ৰং। প্ৰতিটো ৰঙেই গাঢ়। এনে মানুহে তোমাৰ



ৰূপক শ্ৰদ্ধা কৰিব। এই ৰূপৰ অকণো হানি-বিঘিনি নকৰাকৈ তোমাক কায়িক আৰু মানসিক সুখত ৰাখিবলৈ আজীৱন যত্নৰ ত্ৰুটি নকৰিব। পুৰুষৰ কামুকতাই হে নাৰীৰ সৌন্দৰ্য্য-মূৰ্ত্তিৰ কালাপাহাৰ। তোমাৰ ৰূপে তোমাক মৰম কৰা ভাল মানুহটোক সংযম শিকাব। তুমি হবা দেৱী।

আকৌ কওঁ, তুমি সুখী হোৱা, পমী! মোৰ সান্নিধ্য মাথোন অস্থিৰ বিজুলী। বিজুলীৰ মূল্য নাই। স্থিৰ বৰণে হে আকাশক মূল্য দিয়ে। মই আকৌ সোঁৱৰাই দিওঁ, তুমি স্বাভাৱিক মনৰ ছোৱালী। বহুত ভাল মানুহৰ জীৱনত সুখ দিয়া আন বহুত সহজ-সৰল ছোৱালীৰ দৰেই। মানুহ আচৰিত জীৱ। মানুহত আস্থা ৰাখিবা। প্ৰতিটো মানুহেই নিজ নিজ গুণত অসাধাৰণ।...

ইমানেই। মুখে মুখে হয়তো কব নোৱাৰিলোহেঁতেন। তথাপি যাবৰ সময়ত তোমাক এবাৰ চাই লম। এৰা, তুমি স্বাভাৱিক গাভৰু। কিন্তু ৰূপ তোমাৰ অস্বাভাৱিক—অসাধাৰণ। তোমালোকৰ কাৰণেই পৃথিৱী ৰূপহ।

গোটেইখিনি মৰমেৰে, সকলো কোমলতাৰে—

ইতি—তোমাৰ...”

চিঠিখন পঢ়ি পঞ্চমী থৰ লাগি ৰল। হাতৰ চিঠিখন সৰি পৰিল। বুটলি দুই হাতৰ তলুৱাৰে চেপি ধৰিলে। উচুপিব নোৱাৰিলে। কান্দিব নোৱাৰিলে। এই শোক যুগমীয়া। কান্দোন-উচুপনি কেৱল সাময়িক প্ৰকাশ হে। মনৰ গহনত কোনেও নুশুনা আকাশ-ভেদী সুৰ বাজি ৰল। বাস্তৱৰ চকা-মকা অৱস্থালৈ অহাৰ প্ৰথম মুহূৰ্ত্ততে তাই ভাবিলে—চিঠিখন কেনেকৈ ৰাখিব? আগতকৈও গোপনে? তাই এতিয়া হে অনুভৱ কৰিলে—গাল দুখন তপত তপত লাগিছে; চকুৱে তপতখিনি বোৱাই পঠিয়াইছে!

## ॥ ভেৰ ॥

গুণীতৰাই এতিয়া আন ব্যৱস্থাৰ কথা হে ভাবিবলৈ বাধ্য হল। কাৰণ পঞ্চমী তেনেই সুকীয়া ছোৱালী হৈ পৰিছে। যোৱা মাহটো তাই স্কুললৈ অহা-যোৱা কৰি আছে যদিও, ঘৰত কথা-বতৰা নেপাতে বুলিয়েই কব পাৰি। আগতে সাজ-পোছাক পৰিপাটিকৈ পিন্ধিছিল। এতিয়া কাপোৰ পিন্ধাৰ লাগ-বান্ধ নাই। এই মাহতো গোটাই লোৱা কিতাপবোৰৰ পাত এটাও লুটিয়াই চোৱা নাই। গুণীতৰা ডেকেৰী-কালতে বাঁৰী হোৱা তিৰোতা। দুখ আৰু অশান্তি কাক বোলে ভালকৈ বুজি পায়। গোটেই জীৱন নিকাৰ ভুগি একমাত্র সান্ত্বনা পাইছিল পঞ্চমীৰ সুখ দেখি। সেই সুখ নিজৰ বুলি ভাবিছিল। কিন্তু এতিয়া দেখা পাইছে, বাইশ বছৰীয়া পঞ্চমীক সনাতন হা-হুতাশে বিকল কৰিছে। তেনেহলে তাই কি বিচাৰিছে? তাইৰ বয়সৰ ছোৱালীকেইজনীৰ বিয়া হৈ গল। লৰা-ছোৱালী হল। গাঁৱৰ হিচাপত পঞ্চমীৰ বয়স বেছি হৈছে বুলিয়েই সকলোৱে কব। তেনেহলে তাই কি বিচাৰিছে? নিশ্চয় অসম্ভৱ কিবা এটা বিচৰা নাই। ভৰ-বয়সত দেহে দেহক বিচাৰিছে, প্ৰাণে প্ৰাণক বিচাৰিছে। মাক হবলৈ বিচাৰিছে। এখন নিজৰ ঘৰ বিচাৰিছে। কিন্তু মুকুলীক তাই নিজৰ কৰিবলৈ বিচাৰিছিল? তাই সমৰ্পণ কৰিছিল নেকি? হব নোৱাৰে। এইকেইমাহ পঞ্চমী তেওঁৰ আৰু সুভদ্ৰাৰ কাৰো নজৰত আছিল। পৰিচয় হৈছিল হয়তো। কিন্তু গোপন মনত গোপন আকাঙ্ক্ষাই শিপা মেলা নাছিল কিজানি। পঞ্চমীৰ এই বয়সত সহজাত আকাঙ্ক্ষা থাকিব পাৰে। কিন্তু তাই ছটৰ-বটৰ ছোৱালী নহয়। চহৰত আঠ বছৰ থাকিও তাঁই ভালে থাকিল।



তেনেহলে এতিয়া কাৰ কাৰণে তাইৰ মন হাহাকাৰ কৰিছে? নিশ্চয় কোনোবা অজান পুৰুষৰ কাৰণে। কুমাৰী মনৰ কল্পনাই অজান পুৰুষকো তেজ-মঙহৰ ৰূপ দিব পাৰে। ছোৱালীৰ বিয়া সোমাবলৈ মন হৈছে।

সুভদ্ৰা আৰু ভৰত শইকীয়াৰ লগতো এই বিষয়ে আলোচনা হল। তেওঁলোকে মাকৰ অনুমান সত্য বুলি অভিমত দিলে। গুণীতৰাই মুকুলীৰ কথা উলিওৱাত ভৰত শইকীয়াই কলে, "অসম্ভৱ কথা। তাৰ সময় ক'ত? মোৰ মনেৰে এইবোৰ হলি-গলি তাৰ দ্বাৰা অসম্ভৱ। সি এনে কাম আৰামত ডাঙৰ হোৱা, অৱসৰ থকা এলেহুৱা ডেকাৰ সময় কটোৱাৰ উপায় বুলি হে ভাবে।"

সুভদ্ৰায়ো মাত লগালে, "এৰা, সি বিয়া-বাৰুৰ কথাও ভাবিব নোৱাৰে। তাৰ মনটো দুহাতে আঁকোৱালি নোপোৱা। তাৰ ইচ্ছা, খুব ডাঙৰ কিবা এটা হোৱাৰ। মোৰ পেহীৰ পুতেকৰ দৰেই। নহলে কাহানিবাই বিয়া পাতিব লাগিছিল। কিন্তু তাৰ ভাবিবলৈকে সময় নাই। এতিয়া আকৌ সি নতুন পাৰ্টি এটাত সোমাইছে।"

শেষত তিনিও ঠিক কৰিলে যে সোনকালে পঞ্চমীক বিয়া দিব লাগিব। সুভদ্ৰাৰ এটা কথাত সন্দেহ হল। যদি তাই মত নিদিয়ে! মুকুলী বৰা বৰ আচৰিত লৰা। তাৰ লগত তাই স্কুললৈ গৈছে, কথা পাতিছে। হয়তো সি তাৰ আশা-আকাঙ্ক্ষাৰ কথা তাইক শিক্ষিতা বুলিয়েই কৈছে। তাইক হয়তো সি সলনি কৰি পেলাইছে। পুৰুষৰ সান্নিধ্যত পুষ্ট গাভৰুৰ মন থন্তেকতে উতলা হব পাৰে।

সেয়ে সুভদ্ৰাই পঞ্চমীক অকলে থাকোঁতে সুধিলে, "তোক এইবাৰ কলেজত পঢ়ুৱাৰ কথা ভাবিছে। পঢ়িবি?"

তাই কলে, "গাঁৱৰ ছোৱালী হৈ ইমানবোৰ পঢ়ি-শুনিনো কি কৰিম? মিছায়ে অশান্তি কিছুমান গোটাই লোৱা হে হব। সামান্য পঢ়া-শুনা কৰিয়েই ইয়াৰ আনবোৰৰ দৰে শান্তিৰে থাকিব নোৱাৰা হৈছোঁ।"

সুভদ্ৰাই সুবুজা ভাও ধৰি আকৌ কলে, "তেনেহলে তোৰ দুখ? কিহৰ দুখ?"

তাই অকণো চিন্তা নকৰি কলে, "সুখ মনৰ বস্তু। কিন্তু সেইটো মনক পঢ়া-শুনা আৰু বুদ্ধি-বিবেচনাই ছুব নোৱাৰে।"

সুভদ্ৰাই বুজি পালে—সেই মন স্বাভাৱিক নাৰীৰ, সিহঁতে বয়স হলে মনৰ মানুহ এটা পাবলৈ বিচাৰে—দেহ-মন সপি দিবলৈ।

"কাবোবাক তই মনটো জানিবলৈ দিছিলি? কাবোবাক আপোন বুলি ভাবিছিলি?"—এই বুলি সুধি সুভদ্ৰাই মনোযোগেৰে তাইৰ মুখলৈ চাই ৰল। তাইৰ মুখ দেখি একো বুজিব নোৱাৰি। এই মুখত আনৰ মৰমেৰে আহত হোৱাৰ বা পুলকিত হোৱাৰ চিন নাই। কিন্তু আচৰিত কথা যে প্ৰকাৰান্তৰে তাই প্ৰেমত পৰিছে নে বুলি সোধা প্ৰশ্নটো শুনি তাই অলপো অপ্ৰস্তুত হোৱা নাই, অকণো লাজ লগা ভাব দেখুওৱা নাই। তাই দৃঢ় আৰু প্ৰাণহীনভাৱে সংযত। তাই লাহে লাহে উত্তৰ দিলে, "কোনো নাই। কোনো থাকিব নোৱাৰে।

সহজ-সৰল মানুহ, আকাঙ্ক্ষা-দুৰাকাঙ্ক্ষা থকা মানুহ মই পোৱা নাই। মই নিচেই সাধাৰণ ছোৱালী হে। খুবাদেৰে চহৰত পঢ়ুৱাই মোক স্বকীয়া কৰিব নোৱাৰিলে। পৰীক্ষা পাছ কৰাৰ চাৰ্টিফিকেটখন পালেই এজনী ছোৱালী অদ্ভুত কিবা এটা হব নোৱাৰে।"

সুভদ্ৰাই ভাবিলে, এইটোৱেই বঢ়িয়া ছেগ। চাফ্ চাফ্ সুধি পেলোৱাই ভাল হব।

"পঞ্চমী, আমি বিচাৰ-খোঁচৰ কৰিছোঁ। তই মান্তি হবি? আমাৰ দৰে এজনী হবলৈ ইচ্ছা কৰিবি? এনে জীৱন আমাৰ বেয়া নেলাগে। এজনৰ কাৰণে আৰু পেটৰ পোৱালিৰ কাৰণে ভাবিয়েই আমাৰ জীৱন সুখী হৈছে বুলি ভাবোঁ।"

"মোৰ কবলৈ একো নাই। আনতকৈ স্বকীয়া হবলৈ হলে আনতকৈ স্বকীয়া কাম কৰাৰ গুণ থাকিব লাগিছিল। তেনে গুণ মোৰ নাই। মই কৈছো নহয়, মই নিতান্ত সাধাৰণ ছোৱালী।"

পঞ্চমীৰ কথা শুনি সুভদ্ৰাই সন্তোষ পালে। গুণীতৰাই তাকে শুনি আনন্দ পালে। ভৰত শইকীয়াই সুভদ্ৰাক শলাগিলে। মুকুলীক সিহঁতে পহৰা নাই। মুকুলীলৈ সিহঁতৰ স্নেহ আছে। কিন্তু মুকুলী বৰা নামৰ ডেকাটোক সিহঁতৰ মনৰ হাঁকুটিৰে ঢুকি নেপায়। সি অসাধাৰণ, সি লোক-নায়ক। তাৰ মনত দেশপ্ৰেমৰ জুই আছে, দুৰন্ত অভিলাষ আছে, অসাধ্য সাধনৰ পৰিকল্পনা আছে। কিন্তু সিহঁতৰ মানত, সেই মনত যেন প্ৰণয় বোলা বস্তুটো অলাগতিয়াল



দূৰৰি হে। সেই মন লুকুৱাই ৰখা দেহাটোত যেন কামনাৰ উম নাই। সেই মনত যেন পিতৃত্বৰ, এখন শিশুৰ হাঁহি-ভৰা সংসাৰৰ স্থান নাই। মুকুলী সিহঁতৰ আপোন, বাৰথন গাঁৱৰ আপোন। কিন্তু অন্য অৰ্থত।

মুকুলীয়ে জেলৰপৰা ভৰত শইকীয়ালৈ এখন চিঠি দিছিল। এই চিঠিত গুণীতৰা, সুভদ্ৰা আৰু পঞ্চমীৰ উল্লেখ নাই। চিঠিত জেল-জীৱনৰ কথাও নাই। মাথোন লিখিছে, "মোক বাতৰি কাকত পঢ়িবলৈও দিয়ে। বাতৰি কাকত পঢ়িয়েই জানিছোঁ, আমাৰ অঞ্চলত কমিউনিটি প্ৰজেক্ট এটা হব। শিলজুপুৰিত হেনো এটা মাইনৰ স্কুল হব, আৰু খলপীয়াত কৃষি-বিভাগৰ অফিচ এটাও হোৱাৰ কথা। জানি খুব ভাল পাইছোঁ। মইতো এইবোৰ হোৱাৰ কথাই ভাবিছিলোঁ। এতিয়া ভাবিবৰ মন যায়, মোৰ অযোগ্যতা প্ৰমাণ কৰিবলৈকে মই জেলত থকা সময়খিনিত এইবোৰ কাম কৰিব; স্থানীয় এম. এল এ.জনে এই সুবিধা লব। কিন্তু মই থাকোঁতে তেওঁ ইমান উদাসীন আছিল কিয়? ৰাইজে মোৰ দ্বাৰা হৈছে বুলি ভাবিবলৈ? এয়ে মানৱতা? হওক, মোৰ অবিহনে যদি ৰাইজৰ ভাল হয়, তেনেহলে সেয়ে হওক। মই শান্তি পাম। কিন্তু তেওঁলোকে এই মনেৰে, এই স্বাৰ্থপৰতাৰে জানো ৰাইজক উদ্ধাৰ কৰিব পাৰিব? কমিউনিটি প্ৰজেক্টৰ উদ্দেশ্য হল সামূহিক উন্নতি। কিন্তু এতিয়ালৈকে গাঁৱৰ মাজত ঘৰবোৰ হে হৈছে। এইবোৰ ঘৰ সাজি ঠিকাদাৰ-ইঞ্জিনিয়াৰ চহকী হৈছে—ৰাইজৰ কৰ-কাটলৰ বিনিময়ত। নতুন নতুন চাকৰি হৈছে। চাকৰিজীৱী চহৰীয়া মধ্যবিত্ত সুবিধাবাদী কিছুমানৰ সুবিধা হৈছে। গাঁৱৰ মানুহে গাঁৱতে টাউনীয়া ঢঙৰ অফিচাৰ দেখিছে। কেৱল দৰমহাটো পাবলৈ আৰু চাকৰিটো বজাই ৰাখিবলৈ দিয়া আন্তৰিকতাশূন্য বক্তৃতা শুনিবলৈ পাইছে। তাৰ বাহিৰে ৰাইজৰ কি হৈছে? শিলজুপুৰিৰ ফালৰ মানুহবো সেয়ে হব। কপট ব্যৱস্থাৰে একো কাম নহয়। তদুপৰি চাকৰিজীৱীৰ দেশপ্ৰেম থকা হলে নাইবা আধুনিক শিক্ষাই সাধাৰণৰ দুখ দেখি শিক্ষিত শ্ৰেণীক অভিভূত কৰিব পৰা হলে, এই ব্যৱস্থাবোৰ কামত আহিলহেঁতেন। আৰু কৃষি-বিভাগৰ অফিচটোৰপৰা কিবা কামত আহিব নে? ভগৱন্তক খাটিছোঁ, যেন কামত আহে। কৃষি-বিভাগ আৰু মীন-বিভাগত নতুন নতুন বিষয়াৰ সৃষ্টি হৈছে, নতুন নতুন চাইনৰ্ব'ড হে উঠিছে। সকলো আমোলাতন্ত্ৰ আৰু বুদ্ধিজীৱীৰ কপটালি হে। আৰু কৃষি-বিজ্ঞান? খেতিয়কৰ জীৱন, গঞাৰ

মনস্তত্ত্ব আৰু খেতি-বাতিৰ লগত আমাৰ দেশৰ কৃষি-বিজ্ঞানৰ সম্পৰ্ক নাই। সম্পূৰ্ণ তাত্ত্বিক, থিওৰিটিকেল্ আৰু বিমূৰ্ত্ত—এব্‌ষ্ট্ৰেক্ট্।

মই প্ৰিভেন্‌টিভ্ ডিটেন্‌শ্যন এক্ট্ অনুসৰি ডেৰ বছৰ জেলত থাকিম্। কিন্তু তাৰ আগতে মুক্তি পোৱাৰ আশা আছে বুলি জেইলাৰে কৈছে। পিছে তেনে মুক্তি মোক নেলাগে। কাঠফুলা ৰবিত ৰিফিউজী বহিলেই সিহঁতে মোক মুক্তি দিব। নিশ্চয় আৰৌ ৰিফিউজী অহা নাই। মই জেলত থাকোঁতেও ইমান ভয়! ইমানতে মোৰ গৌৰৱ। ইমানতে মোৰ সেৱাৰ সুফল।"······

কথাবোৰ শইকীয়াই গম্‌-পিটি চালে। কিন্তু তেওঁ মুকুলীৰ দৰে স্পষ্ট কথা কব নোৱাৰে, নিজক সপি দিব নোৱাৰে। মুকুলী মুক্ত মানুহ। অবিবাহিত। কোনো লেঠা নাই। আনকি মাকো নাই। তেওঁৰ এখন সম্পূৰ্ণ ঘৰ আছে। তেওঁৰ উপাৰ্জ্জন নহলে, সিহঁত লঘোনে থাকিব। সেয়ে হে সোণৱৰিয়ালৰ মানুহক ভাল পায়ো, সিহঁতৰ উপকাৰ কৰিবলৈ থাটিও তেওঁ ঠিকা বিচাৰে, ইঞ্জিনিয়াৰক খাতিৰ কৰে, কুলীক খাতিৰ কৰে, বিলখন পাছ কৰিবলৈ একাউন্‌টেণ্টক খাতিৰ কৰে।

অলপতে টেণ্ডাৰ দিয়া ঠিকাটো পালে। বহুত টকাৰ ঠিকা। তুমাহৰ কাৰণে ট্ৰাক্ এখনো ভাৰা লৈছে। খুব ব্যস্ত সময়। ধনে বাহ্য জগতৰ আৰামখিনি কিনিব পাৰে, কিন্তু সেই আৰাম ভোগ কৰিবলৈ টান হয়। স্নায়ুকেন্দ্ৰ অতিষ্ঠ হয় অধীৰ উৎকণ্ঠাত। সুখ-শান্তি নাইকিয়া হয়। তথাপি মানুহে ধন ঘটিব পৰাকে উন্নতি বুলি কয়।

পঞ্চমীলৈও দৰা এটা বিচাৰিবৰ হল। তাইৰ বয়স হৈছে। মাক বেছি উদ্বিগ্ন হৈছে। কিন্তু সময় ক'ত? মাৰ্চলৈকে তেওঁ আন কামত ঘূৰাৰ কথা বাদেই, চিন্তাও কৰিব নোৱাৰে। কিন্তু সুবিধা এটা হাতে হাতে মিলিল। ৰানিং বিলখনৰ কাৰণে তেওঁ গড়-কাপ্তানি অফিচলৈ গৈছিল। এচ. ডি. অ'. চাহাবে তেওঁক আলহ-উদহ কৰি বহিবলৈ দিলে আৰু আন কথাৰ ছলতে সুধিলে, "আমাৰ চেক্‌শ্যনেল্ অফিচাৰ ভূঞাক আপোনাৰ কেনে লাগে?"

"ভালেই পাইছোঁ। মোৰ উপকাৰো কৰিছে। আমাৰ স্কুলখন সাজোঁতে নক্সা আঁকি দি সহায় কৰিছে।"

"ভগীৰথ ভূঞাৰ কথা কৈছেতো?"



"হয়। ঘৰো আমাৰ ওচৰতে। মোৰ বন্ধু এজনৰ ভায়েক। কমল ভূঞা মোৰ ডাঙৰ বন্ধু।"

"তেনেহলে ভালেই হল।"

"কিয়?"

"ভূঞা আপোনাৰ ঘৰলৈ যাওঁতে ছোৱালীজনী চকুত পৰিছিল। খুব ধুনীয়া ছোৱালী হেনো! তেওঁৰ বৰ ইচ্ছা। তেওঁৰ অনুৰোধ ৰক্ষা কৰিবলৈকে মই মাজত সোমাবলগীয়া হল।"

"লৰাটো বা কেনে?"

"আপুনিতো তিনি-চাৰি মাহ দেখিছেই। বেয়া হোৱাহেঁতেন সি ঘনাই আপোনাৰ ঘৰলৈ গৈ কিজানি ছোৱালীৰে মন হৰিলেহেঁতেন। তদুপৰি কেইমাহমানৰ ভিতৰতে এচ. ডি. অ'. হোৱাৰ কথা চলি আছে।"

ভৰত শইকীয়াই খোলোচাভাৱে হাঁহিলে। এই হাঁহিত হৰ্ষৰ আকস্মিক কিবা এটা পোৱাৰ আৰু সন্মতিৰ চিন সুস্পষ্ট।

ঘৰখনত ভগীৰত ভূঞাৰ বিষয়ে আলোচনা-বিলোচনা চলিল। পঞ্চমীৰ কৌতূহল বাঢ়িল। অচিন মানুহটোৰ বিষয়ে জানিবলৈ কাণ পাতি ৰল। তাক এদিন হে দেখিছিল। কিন্তু ভালকৈ লক্ষ্য কৰা নাছিল। ঘৰৰ মানুহবোৰৰ কথাবোৰ এডোখৰ এডোখৰ শুনি তাই মনতে জোৰা লগালে: চাকোলাঘাটত ঘৰ। আগতে জোৰাইত কাম কৰিছিল। তাতে বহুত পইচা কৰিলে। ইচ্ছা কৰিলে অট্টালিকাও সাজিব পাৰে। গাঁৱৰ মানুহে স্বভাৱ ভাল বুলিয়েই কয়। বহুত দিন নগৰত থকা কাৰণে এতিয়া তেওঁলোকে বিশেষ খবৰ নেপায়। ককায়েক গাঁৱত থাকে। খেতি-বাতি কৰে আৰু গাঁৱৰ পাঠশালা স্কুলত কাম কৰে। ককায়েকৰ কেবাটাও লৰা-ছোৱালী। পহিলা লৰাটো হাইস্কুল পাইছেগৈ। ককায়েকক সি মাজে মাজে সহায় কৰে যদিও, একেলগে থকা পৰিয়ালৰ মানুহ বুলি নিজক নেভাবে। গতিকে ভৱিষ্যতে ছোৱালী গাঁৱত থাকিব নেলাগে। বিয়া কিন্তু গাঁৱৰপৰাই হব। অৱশ্যে ছোৱালী নিৰ্ব্বাচনত ককায়েকৰ সন্মতিৰ দৰকাৰ নাই, লৰাৰ মতেই সকলো। সেইকাৰণেই ভৰত শইকীয়াই কমল ভূঞাক কথাটো কোৱাই নাই। ভগীৰথৰ টাউনত নিজ নামত মাটি আছে। ঘৰ এটাও সজাইছে। পৰৱ চকুত পৰে বুলি হে গাড়ী

কিনা নাই। স্কুটাৰ এখন আছে। সি নিজৰ ভৰিত নিজে থিয় হোৱা ধৰণৰ লৰা। কেৰাণী কৰি ৰাতিৰ কলেজৰপৰা আই. এ. পাছ কৰিছিল। কিন্তু বি. এ. নপঢ়িলে, সেইসময়ত নগাঁও কলেজত বি. এ. শ্ৰেণী নোখোলাৰ কাৰণে হে। ইন্সিঅ'ৰেন্সৰ এজেণ্ট হল। এবছৰতে ভালেমান টকাৰ পলিচি কৰোৱাত ভালেখিনি পইচা পালে, আৰু পিছলৈকো পাই থকা হল। দুবছৰ এজেণ্ট কাম কৰি অলপ টকা গোটালে। এনে সময়তে গুৱাহাটীত প্ৰথম ইঞ্জিনিয়াৰিং ইন্‌ষ্টিটিউট্ খুলিছিল। অসমৰ প্ৰথম কাৰিকৰী বিদ্যাৰ বিদ্যালয়। তাৰ দূৰদৰ্শিতা আছিল। সি নিশ্চয় ভাবি পাইছিল যে পোনতে খোলা বিষয়বোৰৰ অৰ্থকৰী মূল্য বেছি। সি কেৰাণী কাম এৰি দিলে আৰু ইন্সিঅ'ৰেন্সৰ কাম মাজে মাজে কৰিয়েই তিনি বছৰ পঢ়ি চিভিল ইঞ্জিনিয়াৰিঙৰ ডিপ্লোমা পাছ কৰিলে। তেতিয়াৰপৰাই তাৰ কপাল মুকলি হল। দোপত-দোপে উঠি আহিল। তাৰ বহুত টকা। চাকোলাঘাটৰ মানুহে কয়—'সি কোবোণাৰে ধন চপাইছে।'···

এইবোৰ কথা জানি পঞ্চমীয়ে ভাবিলে—নিশ্চয় উপযুক্ত মানুহ। সি যথেষ্ট কষ্ট কৰিছিল। দুখত উঠা মানুহ বেয়া হব নোৱাৰে। সি চাকৰি, টকা আৰু ঘৰ-দুৱাৰৰ কথা ভাবে ; ইন্সিঅ'ৰেন্স কৰোৱা আৰু নিজে ইন্সিঅ'ৰেন্স কৰাৰ কথা ভাবে। গতিকে সি সামৰ্থ্যই নুকুলোৱা উদ্দেশ্যৰ কথা নেভাবে, আৰু জীৱনৰ নিৰাপত্তাৰ কথা ভাবে। সি নিশ্চয় স্বাভাৱিক মানুহ, স্বাভাৱিক ভাল মানুহ। নিজে নিজৰ ভাল কৰিব পৰাও ডাঙৰ দেশ-সেৱা। প্ৰত্যেকটো মানুহ ভাল হলে ৰাজনীতিৰ কল-কৌশল নথকাকৈয়ে দেশ আপোনা-আপুনি ভাল হব। এৰা, এইষাৰ কথা সঁচা : 'মানুহ আচৰিত জীৱ। মানুহত আস্থা ৰাখিবা। প্ৰতিটো মানুহেই নিজ নিজ গুণত অসাধাৰণ।'···.

দিনবোৰ যেন মিনিটৰ জোখেৰে পাৰ হল। পকা বন্দৰস্ত হল। আঙঠি পিন্ধাবলৈ সি অহা নাছিল। আহিছিল ভিনিহিয়েক, বায়েক আৰু কমল ভূঞা। এমাহৰ পিছত বিয়াৰ দিন ঠিক হল। ছোৱালী দেখি সকলোৱেই সন্তোষ পালে। বায়েকে সুভদ্ৰাক কলে, পাবোঁতে ভগীৰথে বিয়ালৈ হামৰাও কাঢ়ি আছে! ছোৱালী নহয় দেৱী হে। সি হেনো এওঁক টাউনত পঢ়োঁতেও দেখিছিল।"

গুণীতৰাৰো মনত ভাৱৰ নাই। হওক তেও, প্ৰভু এইবাৰলৈ সদয় হৈছে। একেজনী ছোৱালী! তাইৰ কপালখন ভাল। এজনী ছোৱালীক এটা



উপাৰ্জন থকা উপযুক্ত ডেকাত দিবলৈ পালে আৰু মাকক কি লাগিছে? সি তাইৰ দৰে 'অপেচৰী' যেন সৎ স্বভাৱৰ ছোৱালী এজনী পাই চাঙত তুলি ৰাখিব। 'অ'ভ'চিয়াৰ' হলেও পঞ্চমীৰ দৰে ছোৱালী এজনী পাবলৈ কম কপাল সাধি অহা নাছিল।

পঞ্চমী চঞ্চলা। অনামিকাৰ নতুন বাখৰ খটোৱা আঙঠিটোত পাইছে ভৱিষ্যতৰ উজ্জ্বল প্ৰতিচ্ছবি। কিন্তু এটি হিয়া কঁপোৱা বিহুগীতে তাইক সোঁৱৰাইছে সমাধান নথকা করুণ জীৱন-দৰ্শন :

'বোৱাৰী হবলৈ লাগে কতে বেলি
জীয়াৰী হোৱা হে টান।'···

আৰু দুখ লাগিছে মাকলৈ। জীয়াৰী ডাঙৰ হলে এঘৰলৈ উলিয়াই দিবই লাগিব। এই কথা মাকে তাই ওপজা দিনৰপৰাই জানে। সেইকাৰণেই গুণীতৰাৰ মুখত বহুদিনৰ মূৰত কেতিয়াও নেদেখা আনন্দ বিৰিঙি উঠিছে। মাকে জানে যে ছোৱালীয়ে মাকক ধৰি থাকিলেই নহব। জীয়ৰী ছোৱালী মাকৰ লগত থকাটো আনন্দৰ কথা নহয়, অবিৰাম অশান্তি হে। পাবোঁতে কিছুমান মাকে 'গাভৰু ছোৱালীয়ে বনৰ বাঘে একে' বুলি এনেয়ে নকয়। চেনেহী মাকবোৰে দেখিবলৈ বিচাৰে—জীয়েকৰ জীৱনৰ পৰিপূৰ্ণতা—গাভৰু বাসনাই দেহৰ ফাগুনত সৰগ ৰচনা কৰা, দেহ-মন শাঁত হোৱা, মাতৃ হোৱা, আৰু এজনক আৰু দুয়োৰে বংশধৰক লৈ সংসাৰ কৰা। এয়ে পৰিপূৰ্ণতা।

পঞ্চমীৰ মুকুলীলৈ মনত পৰি হে অধীৰ অপেক্ষাৰ তীব্ৰতা কমিছে। কিন্তু তাৰ হাতৰ আখৰৰ শব্দবোৰ তাইৰ মনত বিজুলীৰ দৰে জিলিকিছে। তাই উৎসাহিত হে হৈছে। সি নিজে অদ্ভুত। কিন্তু আনৰ সাধাৰণত্বৰ মহিমা বুজে। নহলেনো সি এই কথা লিখিব পাৰে নে?—'পৃথিবীত বহুত ভাল মানুহ আছে! ···এনে মানুহে আশা কৰা সকলোখিনি পায়। কাৰণ, আকাঙ্ক্ষাবোৰ নিজৰ যোগ্যতাৰে সফল কৰিব পৰা ধৰণৰ। তেনে মানুহলৈ মোৰ ঈৰ্ষা নাই। তেওঁলোকে নিজ ধৰ্মত চলি পৃথিবীৰ অনৰ্থক শূন্যতাক মূল্য দিছে···'

এৰা, বিয়াৰ দিনা তাইৰ খুব সংযমৰ প্ৰয়োজন হব। মাকক আৰু ওপজা ঘৰখনক এৰি যোৱাৰ বাবে হিয়া হাহাকাৰ কৰি উঠিলে নিজে সংযত হব লাগিব। সেইদিনা আৰু সেইদিনাৰপৰাই মুকুলীৰ স্মৃতি মচি পেলাব লাগিব।

সহজ নহয়। কিন্তু তাৰ বাবে মনটো সাজু কৰিব লাগিব। আকৌ একুট তাইৰ মনলৈ আহিল ঃ

'আৰ্চীৰ কেন্দুৰা গন সমনীয়া
আৰ্চীৰ কেন্দুৰা গন,
ৰাখিব পাৰোঁ মই হাতৰ পানী চলু
ৰাখিব নোৱাৰোঁ মন।'...

## ॥ চৈশ্ৰ্য ॥

খোবা-খুবুনীৰ ৰাতি ডাঙৰ ভোজৰ আয়োজন। চাপৰিৰ ফালৰপৰা ছুটা পহু অনোৱা হৈছে। বৌমাৰী বিলৰপৰা আটৈ মোন মাছ। সকলো অবাক। চাকোলাঘাট অঞ্চলততো এনে ভোজ হোৱা নাই! পিছে ভগীৰথৰ কাৰণে এনে ভোজ এটা দিয়া অতি সাধাৰণ কথা। তাৰ মানত পইচা হাতৰ মলি। জোৱাইৰপৰা বদলী হৈ অহাৰ পিছত চাৰি দিন সি চাকোলাঘাটত আছিল। চহৰলৈ যাওঁতে সি ভুলতে গাঁৰু এটা এৰি থৈ গৈছিল। নবৌৱেকে এদিন গাঁৰুটো ৰ'দত দিবলৈ লওঁতে লক্ষ্য কৰিলে, গাঁৰুটোৰ এডোখৰ ঠাই খচ্‌মচাইছে। তুলাই খচ্‌মচ্ নকৰে। তাই বিশেষ একো নেভাবি গাঁৰুটো ৰ'দত দিলে। কিন্তু তাইৰ এটা সন্দেহ হল। মনে মনে গাঁৰুটো ফালি দেখিলে, তাৰ ভিতৰত পাঁচখন এশ-টকীয়া নোট। কমল ভূঞাক দেখুৱালে। ভূঞাই ভায়েকক কথাটো কওঁতে সি মাথোন হাঁহিলে আৰু কলে, "কেতিয়া ভৰাইছিলোঁ পাহৰিলোঁ। তয়ে ৰাখি থ।"

শুনিবলৈ ভাল আৰু বিশ্বাস কৰিবলৈ টান যদিও সঁচা কথা। চাকোলাঘাটৰ মানুহৰ মনত ই এক উপকথা। 'ভগীৰথে এজোপা ধনৰ গছ ৰুইছে। চাকৰিটোৱেই ধনৰ গছ। সিও এখন ভাল কপাল সাধি আহিছে।'

ভোজৰ আগতে খোবা-খুবুনীৰ সবাহ হৈ গল। ভোজ ভাগিল মাজৰাতি। গাঁও যদিও বিয়াত বিজুলী-বাতি জ্বলিছিল। ভগীৰথে ডাইনামো ভাৰা



কৰিছিল। খোবা-খুবুনীৰ ৰাতিও বিজুলী-বাতিয়ে পোহৰ দিছে। আজি ভোজৰ কাৰণে চহৰৰপৰা তাৰ অতি অন্তৰঙ্গ বন্ধুকেইজনমান জীপ লৈ আহিছে। আজিয়েই উভতিব।

এজন হল কৰ-বিভাগৰ চুপাৰিন্‌টেণ্ডেণ্ট অজয় চহৰীয়া। বাকীকেইজন হল আব্‌কাৰী চুপাৰিন্‌টেণ্ডেণ্ট বিপুল শৰ্ম্মা, অ'. চি. নিৰ্ম্মল শইকীয়া, কাঠৰ মহলদাৰ মনো বিষয়া আৰু গড়-কাপ্তানি-বিভাগৰ ডাঙৰ ডাঙৰ ঠিকা লোৱা প্ৰতাপ ডেকা, বসন্ত হাজৰিকা। ভোজৰ শেষত এটা কোঠাত সিহঁতে দৰাক মাজত লৈ নানা ধৰণৰ ৰসিকতা কৰিলে। বিপুল শৰ্ম্মাই কলে, "এগজ এফুট কপাল।"

মনো বিষয়াই মাত লগালে, "আমাৰ কপাল নহয়, পচা তক্তা হে।"

বসন্ত হাজৰিকাই ফালৰি কাটি আন অভিমত দিলে, "আমি যাওঁ। ভূঞা আন এখন ৰাজ্যত আছে। জোন যেন মুখৰ কথা ভাবিছে। আমি ডিষ্টাৰ্ব হে কৰিছোঁ!"

অজয় চহৰীয়াই হয়ভৰ দিলে, "চান্দমুখী পেখিতে মধাই, চললি লীলাগতি ভুবন ভুলাই।"

ভগীৰথ ভূঞাই মাথোন হাঁহি হাঁহি সিহঁতৰ অভিমতবোৰ শুনি গল। যাবৰ সময়ত সিহঁতৰ প্ৰত্যেকেই তাৰ চকুলৈ অশোভন ইঙ্গিত দি চাই কৰমৰ্দ্দন কৰিলে। কোনোবাটোৱে কলে, "কংগ্ৰেচুলেশ্বন্।" কোনোবাটোৱে কলে, "গুড্ নাইট্।"

অজয় চহৰীয়াই আকৌ কৰমৰ্দ্দন কৰি কলে, "মই, শ্ৰীঅজয় চলিহাই, আটাইকেইজন বন্ধুৰ হৈ ঈশ্বৰক খাটিছোঁ, আজি আপোনাৰ ৰাতিটো যাতে সুন্দৰভাৱে পাৰ কৰায়।"

ভগীৰথৰ এইবাৰ অসহ্য হল। এওঁলোকৰ অহেতুক বক্তৃতা। তাক তেনেই একো উৱাদিহ নোপোৱা মানুহ বুলি এওঁলোকে বিবেচনা কৰিছে। নিশ্চয় অভিনয়। সি কলে, "আপোনালোকো ভাল মানুহ দিয়ক। ইমানবোৰ গুড্ নাইট্ আৰু কংগ্ৰেচুলেশ্বন্ আকৌ দিবলৈ পালে মোক হে? মোৰ কাৰণে কিবা নতুন কথা নে? জানি-শুনিও যে একোটা কাম কৰে!"

এইযাৰ কথা শুনিবলৈকে কিজানি সিহঁত ৰৈ আছিল। সিহঁত সন্তুষ্ট হল। সিহঁত জীপখনৰ ফালে আগবাঢ়িল। তেতিয়া হয়তো ন'কৈ সজোৱা শোৱনি-কোঠাত ন ছোৱালী বহি আছে, সঙ্কোচ, সংশয় আৰু মধুৰ আবেগেৰে।...

কোঠাটোত সোমায়ে ভগীৰথে লাহেকৈ দুৱাৰখন জপালে। নিম্নিবতে লক্ষ্য কৰিলে বিচনাখনলৈ। ডাঙৰ বিচনাখনত পঞ্চমী কোঁচ-মোচ খাই বহি আছে। এটা যেন টোপোলা হে! তাই বিচনাবপৰা নামিল। ওৰণিখন কপাললৈ পৰি আছিল। তাই ভগীৰথৰ মুখখন এবাৰ চাই ললে। মঙহাল কাৰণে মুখত কোমলতা আছে, কিন্তু তাৰ চকু দুটা দেখিলে কোমল মনৰ মানুহ যেন নেলাগে।

ভগীৰথ টেবুলখনৰ ওচৰলৈ গৈ চিগাৰেট এটা জ্বলালে। সৰু কোঠাটো ধুঁৱলী-কুঁৱলী হৈ পৰিল। নতুন ঘৰত নতুন মানুহ এটাক সৰ্ব্বস্ব দান কৰিবলৈ এজনী ছোৱালী বৈ আছে। তাইৰ অসহায় লাগিছে। সি বাৰু ইমান পৰে তাইক মাত লগোৱা নাই কিয়? সুভদ্ৰাই শিকাইছিল, এনে সময়ত তাক সেৱা এটা কৰিবলৈ। কিন্তু তাই এনে এটা অৱস্থাৰ মুখামুখি হৈছে যে কি কৰিব কি নকৰিব, একোৰে মোৰ পোৱা নাই।

তাই অলপ সকাহ পালে। সি তাইৰ ওচৰত থিয় হলহি। সি সুধিলে, "শুনিছোঁ, ছোৱালীবোৰে হেনো চিগাৰেটৰ গোন্ধ সহিব নোৱাৰে?" তাই নিমাতে ৰল। সি আকৌ কলে, "মনে মনে থকাক লৈ বুজিলোঁ, তুমি গোন্ধটো ভাল পোৱা নাই। বহা।"

তাই তাক সেৱা এটা কৰিলে। সি ইমান আশা কৰা নাছিল। সেয়ে হে সেহা-বেঙা লগাই পেলালে। আলফুলকৈ বাহু দুটাত ধৰি বিচনাত বহুৱাই দিলে। পঞ্চমীৰ ভাব হল, কোঠাৰ পোহৰটোৱে যেন দুপৰীয়াৰ বেলিতকৈ বেছি পোহৰ দিছে। সি ওচৰতে বহিল। ডাইনামোৰে যোগোৱা বিজুলী-বাতি এইটো কোঠাতো আছে। বগা পোহৰ। কোঠাটোত দিনৰ নগ্নতা। লাগিছিল কোমল পোহৰ, নীলা নাইবা সেউজীয়া। ডাঠ পৰ্দ্দাবোৰৰ ৰঙো চকুত ধৰি যোৱা বিধৰ।

সি সুধিলে, "ভয়?"

তাই কলে, "ওহোঁ।"

"মোক আগতে দেখিছিলা?"

"ওঁ। এবাৰ।"

"এতিয়াৰ সৈতে একে নে?"

"কব নোৱাৰোঁ।"



সি আৰু কাষ চাপি গল। তাই আঁতৰিবলৈ চেষ্টা নকৰিলে। এই বাস্তৱ, এই বিধিসঙ্গত বাস্তৱত তাই পাছ-হোঁহকাৰ কোনো মূল্য নাই।

"আমি জনা নামটো সোঁৱৰণীৰ নাম নে, ঘৰতো মাতে?"

"এটা নামেই।"

সি হাঁহিলে। এই হাঁহিয়ে তাইক সন্তোষ দিব নোৱাৰিলে। সি যেন তাইক বিদ্ৰূপ হে কৰিছে।

"মই তোমাক এটা নাম দিম। প্ৰাইভেট্ নাম। তিনিটা আখৰৰ নাম একে উশাহে মাতিবলৈ অসুবিধা। খুব ভাল নাম হব। সাজিয়েই ফুৰ্ত্তি পাই গলোঁ।"

"কি?"

"ম'টো বাদ দিলোঁ। দীৰ্ঘ ঈ'ডাল ৰাখিলোঁ। বঢ়িয়া হৈ পৰিল। হেঃ হেঃ। পঞ্চী হৈ পৰিল। পঞ্চী, পখী!"

তাই এইবাৰ হাঁহিলে। মোহনীয় হাঁহি।

"মোৰ লগৰ এজনে তোমাক দেখি কি কৈছে জানা? তুমি ছবিৰ দৰে।" সি তাইৰ ফালে ৰ' লাগি চাই ৰল।

তাইৰ খং উঠিছে। কেতিয়াও ইমান খং উঠা নাছিল। লাজুক ভাবটো কাতি কৰি থৈ তাই কলে, "সেইবোৰ কথা মোক নেলাগে। আনে কি কৈছে, সেয়ে হে ডাঙৰ কথা? নিজে কব নোৱাৰে?"

"কিয় খং খোৱা? মোৰ লগত মিলিছে কাৰণে হে তাৰ কথা কৈছোঁ।" সি নিচুকোৱাৰ দৰে কলে।

তাই মিচিকিয়ালে আৰু কলে, "পোহৰটো বৰকৈ চকুত লাগিছে।"

"নুমুৱাই দিম?"

আন্ধাৰত দুয়োৰে ব্যৱধান আঁতৰিল। আন্ধাৰ আত্মীয়। পঞ্চমীৰ প্ৰথম ভাল লাগিছে।

"পঞ্চী বুলিলে কেনে লাগিব?"

"বেয়া। হিন্দীত হে পঞ্চী!"

"কি বুলি মাতিম?"

"পমী।"

"আগতে তোমাক কোনে পমী বুলিছিল?"

"মই নিজে সাজি থৈছোঁ, আপুনি মাতিবলৈ।"

"পমী, মোক তুমি বুলিবা। টাউনত চবেই তুমি বোলে নহয়। আমি ইয়াত সাদিন হে থাকিম!"

"বাৰু—"

"আঁতৰাই নিলা যে?"

"কাণফুলত লাগিছে।"

এটা নিশা পাৰ হৈ গল। পুৱাৰ স্বৰুযে লাজ পালে। কালিলৈকে এজনী ছোৱালী কুমাৰী আছিল। আজিৰপৰা দিনৰ পোহৰে তাইক ৰাতিৰ কথা হে সোঁৱৰাব।

ভোগমুখী প্ৰেম। উচ্ছাস আছে, মাত্ৰা নাই। বাসনাৰ যেন সীমা নাই। সম্ভোগত লালসাই থিতাপি ৰয়। মোহে নৱজন্ম পায়। অচেতনে চেতনা পায়; চেতনা অচেতন হয়। এয়ে জীৱন, এয়ে সুখ, এয়ে শান্তি; আৰু, এয়ে পৰিপূৰ্ণতা।

তাৰপৰা বহুত আদৰ পাইছে, মৰম পাইছে। আৰু তাইক কি লাগিছে? কি পোৱা নাই তাকে হে বিচাৰি পোৱা নাই।

তাই ধৰিব পাৰিছে যে সি বৈচিত্ৰ্য বিচাৰে। ৰুচিৰ বৈচিত্ৰ্য, পটভূমিৰ বৈচিত্ৰ্য! কাৰণ, একে পটভূমিত বাসনা জড় হয়, প্ৰেমৰ যাদুপৰশ স্থূল হয়; মোহেও কিজানি মুক্তি বিচাৰে। সেয়ে হে আৰম্ভ হয় মধুযামিনীৰ। গাঁৱৰ পৰম্পৰাত মধুযামিনীৰ স্থান নাই। তথাপি পৰিশোধিত প্ৰেমে দ'কৈ শিপায়। কিন্তু ভগীৰথ, পঞ্চমী দুয়োকে গাঁৱৰ পৰিধিয়ে সামৰিব নোৱাৰে। গাঁও আৰু টাউনৰ যুটীয়া জীৱনে সিহঁতক স্বকীয়া কৰিছে। সিহঁতে মধুযামিনীৰ কথা ভাবিবই।

পোনতে যায় চিলঙলৈ। তাৰপিছত দাৰ্জ্জিলিং, ভুবনেশ্বৰ, প্ৰয়াগ, উটকমণ্ড…।

মহানগৰীত শীত-তাপ নিয়ন্ত্ৰিত ছবিঘৰত লালসা নতুন হয়। চিলং, দাৰ্জ্জিলিং আৰু ভুবনেশ্বৰৰ অতুলনীয় প্ৰকৃতিয়ে যৌৱনক ন'কৈ চাবলৈ শিকায়। মধুযামিনীৰ ঘূৰাই নোপোৱা দিনবোৰক ৰূপালী আশাৰ স্মৃতি-সৌধৰূপে জিলিকাই ৰখাৰ সপোন গঢ়ে।

ভগীৰথৰ তিনিমহীয়া ছুটী অন্ত হয়। সময়বোৰ যেন আজিকালি খুব খৰকৈ পাৰ হৈছে। সৌৰজগতৰ নিয়ম নেমানি যি কোনো ঋতুতে যেন দিনবোৰৰ তুলনাত ৰাতিবোৰ বেছি চুটি হৈ পৰিছে!



## ॥ পোহৰ ॥

কেৱল কাম আৰু কাম। অফিচৰপৰা আহে, চাহটুপি গিলে। আকৌ স্কুটাৰ লৈ ওলাই যায়। ৰাতি আহে। ভগীৰথে যে ইমান কষ্ট কৰে! তাইৰ দুখ লাগি যায়। ঘৰত যদি খন্তেক জিৰাবলৈ নেপায়, বিয়া পাতি যদি ন ঘৈণীৰ লগত দুই-এষাৰ মন জুৰোৱা কথা পাতিবলৈ সময় নহয়, তেনেহলে কষ্ট কৰি ধনৰ দেউল সজাৰ লাভ কি? মানুহক ধন লাগে আৰাম কৰিবলৈ হে!

পঞ্চমীয়ে এইবোৰকে ভাবি বিমোৰত পৰে। ৰাতি শোৱাৰ সময়খিনিৰ বাহিৰে গোটেই দিনটো অকলে থাকে। সঙ্গী হল ৰেডিঅ'টো আৰু মাজে মাজে কিনি অনা দুই-এখন উপন্যাস। চহৰত আছে যদিও, চৰকাৰী কোৱাৰ্টাৰত থকা কাৰণে তেনেকৈ মানুহ-দুনুহ তাইৰ ঘৰলৈ নাহে। ভগীৰথৰ সহকৰ্ম্মীবোৰ মাজে মাজে আহে। ভগীৰথ কেতিয়াবা ঘৰত থাকিলে আলাপ-আলোচনা অলপ সৰস হয়। কিন্তু আজিকালি সেইবোৰ মানুহো অহা পাতলিছে। সিহঁতক তাইৰ ভালো নেলাগে। একেধৰণৰ কথা, একেধৰণৰ অভিমান আৰু একেধৰণৰ অযথা সম্ভ্ৰম-বোধ দেখি-শুনি তাইৰ আমনি লাগিছে। উপায় নাই। ভগীৰথ অফিচত থাকোঁতে বা টুৰ কৰিবলৈ যাওঁতে তাইৰ তালৈ বৈ বৈ আমনি লগাৰ কথা সি নেভাবে নে? ৰাতি আহে, গহীন হৈ দুই-এটা কথা পাতে, ভাত খাই শুই পৰে। মাজে মাজে মাজ-নিশা সাৰ পায়। তাইক নেমাতে। বাহুত ধৰে। মুখত আৰু ডিঙিত হাত দিয়ে। তাইৰ উশাহ ঘন ঘন হোৱা গম পালে নিচেই সৰুকৈ এবাৰ তাইক মাতে। কেৱল ক্ষণিক লালসাৰ পৰিতৃপ্তিৰ কাৰণেই তেতিয়া তাইৰ দেহাটোৱে হে কেৱল আদৰ পায়। তাইৰ ভাল নেলাগে। সি যেন গুৱলা সাপ হৈ গাঁৱঁতী গৰুৰ হে গাখীৰ চুহিছে! তেনেহলে তাই এজনী নাৰী, নে এটা শৰীৰ? তাৰ আদৰ-সাদৰ কৰিবলৈ এইকণ সময়ো নহয় নে? পোনতে দেখোন সি বৰ

ভাল আছিল। বহুত মৰমলগা কথা কৈছিল। সৰু সৰুকৈ কোৱা কাৰণে কথাবোৰৰ অদ্ভুত শক্তি আছিল। তায়ো কৈছিল। বহুত সঙ্গতিহীন কথা। সেই সময়ৰ সামঞ্জস্য নথকা কথাৰ হে বেছি মূল্য আছিল। তাই উতলা হৈছিল। আৰু যে কিমান ভাল লাগিছিল! কোমল পোহৰ আছিল। অস্পষ্ট পোহৰত লাজ পাহৰা দেহ দুটাৰ অসংযত উল্লাসে মনক, অনুভূতিক আৰু পৰিতৃপ্তিক অতিৰিক্ত স্বাদ দিছিল।

কিন্তু এতিয়া তাৰ কি হল? আমুৱাইছে? তাইক বেয়া পাইছে? অন্যান্য চিন্তাই তাক জুমুৰি দি ধৰিছে? তাই পুৰণা হৈছে? কম পোহৰৰ নীলা লাইটটো আজি এমাহ জ্বলা নাই। তাইৰ অতৃপ্তিৰ উমান পাই কুৎসিত এন্ধাৰে আনন্দ পাইছে। ঈষৎ পোহৰত অলপ মৰম, মৃদু পৰশন, মিঠা মিঠা কথা; তাৰপিছত উন্মাদনা, উন্মাদনাৰ পিছত মধুৰ লজ্জা! কিমান ভাল লাগে! কিন্তু তাৰ এই সূক্ষ্ম সুখানুভূতিবোৰ অকস্মাতে নাইকিয়া হৈছে কিয়? স্কুটাৰখন, ৰেডিঅ'টো চকী-মেজবোৰ যেনেকুৱা একোটা সম্পত্তি, তায়ো যেন তাৰ মানত তেনে এটা সম্পত্তি হে। তাৰ হয়তো গৰ্ব্ব তাইক অধিকাৰ কৰাত হে, তাইক লৈ নহয়।

ধনী মানুহবোৰ এনেকুৱাই নেকি? সিহঁতে ধন ঘটে—হয়তো আন সকলো বিসৰ্জন দি। ধন ঘটিব লাগে কাৰণেই ধন ঘটে। আন কি অৰ্থ থাকিব পাৰে? জীৱনৰ সুন্দৰ কথা কিছুমান নেওচা দি বা সেইবোৰ অনুভৱ কৰাৰ শক্তি হ্রাস কৰি ধন গোটোৱাৰ সাৰ্থকতা ক'ত? নিশ্চয় ধন ঘটা এটা নিচা হে। আন কোনো উদ্দেশ্য নাই। ই কেৱল অধিকাৰ কৰাৰ এক অসুস্থ গৰ্ব্ব।

সি বাৰু আজি আগতকৈ বেছি কথা পাতিছে কিয়? অলপ তোষামোদো কৰিছে। মাজে মাজে তাৰ অসুখ বুলিও কৈ আছে। তাই মূৰ পিটিকি দিছে। অসুখ কি বুলি সোধাত সি উত্তৰ দিছে যে ডাক্তৰে বেমাৰৰ নাম কোৱা নাই, ড্ৰয়াৰত থকা দৰবৰ বটলটো হে দিছে। তাই দৰব এদাগ বাকী দিম নে বুলি সোধাত সি তৎক্ষণাৎ মাত লগাইছে, "নেলাগে, তুমি শোৱা। মই পিছত খাম।" কাৰণ কি? বটলটোত বেঙুনীয়া দৰব আছে। দাগ কটা আছে। তাই শোৱা যেন দেখি সি বটলটো উলিয়াই পিয়াহ লগা মানুহৰ দৰে ঢকঢক কৰে তিনি-চাৰি দাগ গিলিছে। কি কাণ্ড! দৰবনো এনেকৈ খায় নে?



"দৰবটো বৰ ওকট-পাকট গোন্ধাইছে।"

"এৰা, মোৰো খাই ভাল লগা নাই। কিছুমান ট'নিক এনেকুৱা গোন্ধায়েই।"

"খাবলৈ কেনে?"

"কোনোমতে গিলোঁ আৰু।"

"গাত ধৰে নেকি?"

"নধৰে।"

"এস্, ধৰে হবলা!"

"কেনেকৈ জানিলা?"

"খাই আহি তুমি হেলাই-হেঁপাই কৰি বিচনাত পৰিছাহি। আগেয়ে হলে টোপনি নেযায় মানে চিগাৰেট হুপি থাকা।"

"কিজানি অসুখ কাৰণে অলপ দুৰ্ব্বল হৈছোঁ।"

"তুমি আঁতৰত শোৱা। মুখখন বেৰৰ ফালে কৰি। বেছিকৈ হে গোন্ধাইছে। মোৰ ওকালি আহিব খুজিছে।"

"বাৰু। আগতে লাইট্ নুমাই দিয়া।"

কিন্তু পিছদিনা সি স্বকীয়া মানুহ। ৰাতি আহি কথা নকলে। ভাত খাই বিচনাত পৰি চিগাৰেট হুপিলে। চিগাৰেট পুৰি শেষ হোৱাত শুই পৰিল। তাই কিৰাকিৰি সুধিলে। সি আশাতীত চুটি উদাসীন উত্তৰ দি তাইৰ কথা কোৱাৰ উৎসাহ নাইকিয়া কৰিলে। তাই তাৰ কাষতে শুই শুই উচুপিলে, ফেকুৰিলে। কিন্তু সি নুশুনিলে। দুৰ্ঘোৰ টোপনিৰ তাৰ দীঘলীয়া উশাহ-নিশাহৰ লগত তাইৰ উচুপনিবোৰ মিলি গল।

পিছে অসুখ যদি, সি ইমানকৈ ঘূৰি ফুৰে কিয়? ড্ৰয়াৰটোৰ চাবি তাৰ হাতত। দৰবৰ বটলটোও উলিওৱা তাইৰ চকুত পৰা নাই। এই চাবিটো সদায় তাৰ হাতত থাকে কিয়? দৰবৰ বটল, টকা-পইচা, পাচ-বুক, চেক্-বুক সকলো এইটো ড্ৰয়াৰতে থাকে। অথচ অফিচৰ ফাইলবোৰ টেবুলতে থেলি-মেলি হৈ পৰি আছে। তাইক সি তেনেহলে বিশ্বাস নকৰে? একেলগে হোমৰ পৱিত্ৰ মন্ত্ৰ উচ্চাৰণ কৰি সি তাইৰ হৈছে, তাই তাৰ হৈছে। কুমাৰী শৰীৰ হৰণ কৰিছে সি! তাৰ নামেৰেই তাইৰ পৰিচয় হৈছে। তাৰ অস্তিত্বত গৰীয়ান হৈ তাই সেঁওতাত সেন্দূৰ লৈছে, মূৰত ওৰণি লৈছে। অথচ, সি তাইৰ

লগত টকা-পইচাৰ কথা পতা নাই। চন্দুকৰ চাবিটো দি তাইক গৃহিণীৰ সৌভাগ্য দিয়া তো পাছ কথাই।

ইয়াৰ কাৰণ? ইয়াৰ বহুত কাৰণ? সি সন্দিহান? সি তাইক চিনি পোৱা নাই? তাই কেৱল পুতলা?

দুদিনৰ পিছত সি ড্ৰয়াৰটো খোলোঁতে তাই আঁতৰৰপৰা লক্ষ্য কৰি আছিল। বটলটো আছে। কিন্তু এটোপাও দৰৱ নাই। দুদিনতে ইমানখিনি দৰব খালে? ইমানটো ডাঙৰ বটলতনো কোন ডাক্তৰে দৰব দিয়ে?

তাই কাইলৈ সুধিব—কোনটো দৰব, কি বেমাৰৰ দৰব এনেকুৱা গোন্ধায়। কাইলৈ পোনতে যাকে পায় তাকে সুধিব।

পোনতে আহিছিল বিহাৰী বন্ধুৱা এটা। মিঠুৱা। সি যিদিনা সিহঁতৰ কোৱাৰ্টাৰত কাম-বন কৰি দিয়েহি, সেইদিনা সি ৰাস্তাত কাম নকৰাকৈয়ে হাজিৰাৰ পইচা পায়। তাক সুধিব নে নুসুধিব ভাবিলে। সোধাকে থিৰ কৰিলে। কাৰণ, তাইৰ এটা অদ্ভুত সন্দেহ হল। নাৰীৰ এটা সহজাত ষষ্ঠ ইন্দ্ৰিয়ই অন্তৰ্দৃষ্টি দিয়ে কাৰণেই। তাই সুধিলে, "কি বস্তু ৰাক গেলা নাৰিকলৰ দৰে গোন্ধায়?" মিঠুৱাই তাইৰ মুখলৈ চাই অদ্ভুত ধৰণে লাজ লগা ভাব দেখুৱাই হাঁহিলে। তাই শিয়ৰি উঠিল।

"কিয় হাঁহিছা?" সি নিমাত। তাৰ দৃষ্টিয়ে যেন কবলৈ বিচাৰিছে—'তুমি এই গোন্ধ কাৰ মুখত পাইছিলা?' তাই আকৌ কলে, "তুমি নিশ্চয় জানা। মই কাকো নকওঁ। তুমি কোৱা।"

সি কলে, "দাৰু, মেমচাব।"

"দাৰু কি?"

"চেবাব।"

তাই আৰু থিৰেৰে বৈ থাকিব নোৱাৰিলে। লৰি ভিতৰ সোমাই বিচনাত পৰিল। কেতিয়াও গাটো ইমান অবশ লগা নাছিল। সি আচলতে নিৰ্দ্দয়। যিজনী ছোৱালীয়ে মদৰ গোন্ধ কেনেকুৱা নেজানে, সেইজনী ছোৱালীক এনেকৈ ফাকি দি থাকিবলৈ তাৰ অকণো বেয়া লগা নাছিল নে? তাই যি কোনো ছোৱালী নহয়; বিবাহিতা পত্নী। যি ইমান বিশ্বাসযোগ্যভাৱে ফাকি দিব পাৰে, সি ইয়াতকৈ ডাঙৰ কথাত যে একোৱে সন্দেহ নিদিব। সি তাই নজনাকৈ বহুত অসৎ কাম কৰিব। এয়ে তাৰ প্ৰমাণ। তাই সকলো ধুঁৱলী-কুঁৱলী



দেখিলে। চেষ্টা কৰিও এনে মানুহক সলনি কৰিব নোৱাৰি, এনে মানুহৰ লগত নিজে ভাল হৈও সুখী হব নোৱাৰি।

তাক সুধিব নেকি? কৈফিয়ৎ লব? যাক নিজৰ বুলি ভাবিবলৈ স্বত্ব পোৱা নাই, তাৰ কৈফিয়ৎ লোৱাৰ কোনো অৰ্থ নাই।

দুদিন তাই ওফোন্দ্ পাতি থাকিল। সুখৰ যুগ্ম জীৱনত এঘণ্টাৰ কাৰণে বুজা-পৰা নোহোৱা হলেও অসহ্য লাগে। কিন্তু এতিয়া দুদিন পাৰ হোৱাতো সি তাইক বিশেষ একো সোধা নাই। মাথোন নজনা মানুহৰ দৰে ভু লৈছে—তাইৰ কিবা অসুখ হৈছে নেকি? তাই কিন্তু আশা কৰিছিল—সি কোমল কোমল কথা কৈ তাইৰ ওফোন্দ্ ভাঙিব। তাই শোৱা-পাটীত পৰি কান্দিছিল। সি শুনিছিল আৰু নিজক নিজে কোৱাৰ দৰে কৈছিল, "আগতে ভাবিছিলোঁ। যদিও জনা নাছিলোঁ যে বিয়া কৰালে এনেকৈ বান্ধ খাই পৰিব লাগিব। অলপতো স্বাধীনতা লাগে। কিনো কোনেও নকৰা কামটো কৰিলোঁ? মইতো মাতাল নহয়। দেহ-মন গধুৰ লাগিলে মাজে মাজে অকণমান মুকলি-মূৰীয়া হবলৈ বিচাৰোঁ। ইমানেই। ইমান গোড়া হলে সংসাৰ নচলে।"

তাই বাজি উঠিল, "এতিয়ানো কোনে পৰাধীন কৰিছোঁ বুলি কব? তুমিনো মোৰ কোনটো কথা ৰাখিছা? স্বৰাজ লাগে যদি বিয়া কৰাইছিলা কিয়? নিজৰ তিৰোতাজনীক ফাকি দিবলৈ বেয়া নেলাগিল? মই নজনাকৈ আৰু বা কত কাণ্ড কৰিছা!"

সি মনে মনে থাকিল।

পিছদিনা সি মদ খাই আহিল। তাই ভয়ে ভয়ে থাকিল। একো নেমাতিলে। সি কলে, "তুমি ভাত খোৱা। মোৰ ভোক লগা নাই।" তাই সিদ্ধান্ত কৰিলে, ইয়াত আৰু থকাৰ লাভ নাই। ইন্দ্ৰিয়ৰ সুখ পশু শৰীৰতো পায়। তাই কাইলৈ সোণবৰিয়াললৈ যাবগৈ। স্কুলত সোমাব। মাক আৰু খুৰীয়েকক পাই শান্তিত থাকিব পাৰিব। অন্ততঃ ইয়াত থকাতকৈ ভালকৈ থাকিব পাৰিব।

কিন্তু পুৱা সি সুকীয়া মানুহ হৈ পৰিল। খুব আদৰ কৰি তাইৰ লগত কথা-বতৰা পাতিলে।

"পমী, তোমাৰ খুব দুখ, নহয়?"

"তুমি আন এজনীক বিয়া কৰোৱাহেঁতেনো দুখ পালেহেঁতেন।"

"কিন্তু, ভাবি চোৱা, মই আগৰেপৰা খাই আহিছোঁ। মোৰতো একো অপকাৰ হোৱা নাই। যি খৰচ কৰিব নোৱাৰে, যাক পইচাই নুকুলায়, সেইবোৰক হে মদে দেউলীয়া কৰে। যাৰ স্বাস্থ্য বেয়া, তাৰ কাৰণে হে মদ অপকাৰী। কিন্তু কোনটো অফিচাৰে মদ নোখোৱাকৈ আছে? মজলীয়া উপাৰ্জ্জনৰ মানুহৰ কাৰণে হে মদ খোৱাটো আচৰিত কথা।"

"তাকে তুমি আগতে কব লাগিছিল। মই তেতিয়া ইমান বেজাৰ নেপালোহেঁতেন। মোকেই যদি আচল কথাটো নোকোৱা, তেনেহলে মই কাক ভাৰসা কৰি চলিম?"

"তুমি পোনকোৰেই উগ্ৰমূৰ্ত্তি ধৰা বুলি মোৰ ভয় হৈছিল।"

তাইৰ ভাল লাগি গল। তাইলৈ তেনেহলে সি ভয়ো কৰে। তেনেহলে সি তাইৰ প্ৰতি উদাসীন নহয়। সি তেনেহলে তাইৰ দৃঢ় চৰিত্ৰক ভয় কৰে।

"বহা। খন্তেক বহা।" তাই ওচৰতে বহিল। "খুব ধুনীয়াকৈ বহিছা। সাইলাথ চাইৱা বাণুৰ দৰে। আজি চিনেমালৈ যাম দেই। আজি হে অফিচৰ কামৰপৰা অলপ উশাহ পাইছোঁ। এনেকৈ ব্যস্ত হৈ থাকিবলগীয়া নহলেতো মদ খোৱাৰ প্ৰয়োজন নাই!" তাই হাঁহিলে। আঁৰ নলগা হাঁহি।

"কোন চাইৱা বাণু?"

"এজনী সাঙ্ঘাতিক ছোৱালী। তাইৰ ফটো সকলোবোৰ চেলুন আৰু দৰ্জ্জীৰ দোকানত আছে। কিন্তু বহুত দূৰৈৰ। বম্বেৰ জিকিমিকি তৰা। ইয়াৰ-পৰাই ধৰিব পাৰি, তুমি চিনেমা চোৱা নাছিলা।"

"চাইছিলোঁ। কিন্তু সিহঁতৰ নামবোৰ হে মনত নেথাকে।"

সেইদিনা সি দুপৰীয়া অফিচৰপৰা ভাত খাবলৈ আহি আকৌ নগল। একেলগে ভাত খাওঁতে সি তাৰ ভৱিষ্যতৰ পৰিকল্পনাবোৰ কলে। আজি সি চিলঙৰপৰা অহা মানুহৰ মুখে গম পাইছে যে এই সপ্তাহতে সি এচ. ডি. অ'লৈ প্ৰমোচন পাব। অৱশ্যে তাৰ এপইণ্ট্‌মেণ্ট হব আন এটা ডিভিজনত। সি পঞ্চমীক খুব শলাগিলে। তাইৰ কপালৰ বলতেই হেনো সি ইমান সোনকালে প্ৰমোচন পালে।

দুয়ো দুপৰীয়াৰ বিশ্ৰাম লবলৈ শোৱনি-ঘৰত সোমাল। সি ড্ৰয়াৰৰপৰা ছপা ফৰ্ম দুখন উলিয়াই দি নিৰ্দ্দিষ্ট ঠাই দুডোখৰলৈ আঙুলিয়াই দেখুৱাই কলে, "টিক্ মাৰ্ক থকাত এটা চহী দিয়া। বাঁওফালে তিনিটা স্পেচিমেন চিগ্‌নেচাৰ।"



"কিয়?"

"ইয়াৰপৰা যাবলৈ হয়তো এমাহেই নাই। কিছু টকা তোমাৰ নামত জমা থোৱা ভাল হব। ইন্‌কম্‌টেক্সৰ মানুহ বৰ কাৰা হৈছে।"

"কিমান টকা?"

"দহ হেজাৰ।"

"তোমাৰ নামত কিমান টকা আছে?"

"কাৰোবাক যাতে ভুলতো নোকোৱা। মৰিব লাগিব।"

"ইমান বেছি?"

সি কাণৰ ওচৰলৈ মুখখন আনি লাহেকৈ জমা টকাৰ অঙ্কটো কলে। তাই আচৰিত হল। ইমান টকা সি কেনেকৈ ঘটিলে? বিয়াৰ আগতে খৰচকে কৰা নাছিল নেকি? তাই নেজানে যে জোৱাইত থকা-কালত পাহাৰী ৰাস্তা সাজোঁতে চুপাৰিন্‌টেণ্ডিং ইঞ্জিনিয়াৰৰপৰা আৰম্ভ কৰি আলি-মহৰীলৈকে সকলোৱে, আত্মসাৎ কৰা লাখ লাখ টকাৰ পদপী অনুসাৰে অংশ একোটা পালে।

তাই চহীকেইটা কৰি ফৰ্ম দুখন তাৰ হাতত দিলে। সি আকৌ কলে, "আৰু এটা কথা ভাবিছোঁ। ঠিক ভাবিছোঁ বুলি নকওঁ, এই সপ্তাহতে এই কাম কৰিবই লাগিব। টাউনৰ মাটিডৰাৰ পট্টা সলনি কৰি তোমাৰ নামত নামজাৰি কৰাব লাগিব। নগাঁৱত নামজাৰিৰ কাম আৰম্ভ হৈছেই। এয়ে উত্তম সুযোগ।"

"আকৌ চহী দিব লাগিব?"

"নেলাগে। মোৰ হে চহী লাগিব?"

"কিয়নো মোৰ নামত-চব দিছা?"

"তোমাকতো ওৱাইফৰ ষ্টেটাচ্ দিব লাগিব! নহলে বিয়া কৰাই কি চিন ৰাখিলোঁ বুলি কম? তোমাৰ মোৰ কি ডিফাৰেন্স্ থাকিব পাৰে?"

তাই আনন্দত উথলি উঠিল। নিজৰ নামত সম্পত্তি হোৱাৰ কাৰণে নহয়, তাইৰ প্ৰতি তাৰ মৰম থকাৰ কাৰণে হে। তাক তেনেহলে বাহিৰত দেখোঁতে হে উদাসীন যেন লাগে। কিন্তু ভিতৰখন কোমল, দৰদী। কিন্তু একেসময়তে সি ভাবিছে—সোনকালে কেনেকৈ টকাখিনি তাইৰ নামত জমা দিব পৰা যায় আৰু মাটিডৰা নামজাৰি কৰিব পৰা যায়। ভাই-ককাই থকা মানুহে নিজৰ

পইচাৰে মাটি কিনিলে পত্নীৰ নামত পট্টা কৰিলে হে বিপদৰ আশঙ্কা নাই। তদুপৰি আশে-পাশে এচেচ্মেণ্ট্ কৰা বিষয়া আছে, চি. আই. ডি. আছে, এন্‌ফ'চমেণ্ট ব্ৰাঞ্চ আছে।

পিছৰ দহ দিন খুব আনন্দেৰেই পাৰ হল। তাইৰ নামত দহ হেজাৰ টকা হল; ছকঠা টাউনৰ মাটি নামজাৰি হল। পঞ্চমীয়ে হেকুৱা শান্তি ঘূৰাই পালে। আকৌ যেন মধুচন্দ্ৰিকা হে যাপন কৰিছে!

তাৰ প্ৰমোচনৰ খবৰ আহিল। মাজুলী ডিভিজনত এচ্. ডি. অ'.। অ'ভাৰচিয়াৰবাবু ইঞ্জিনিয়াৰচাহাব হল। এপষৰ ভিতৰত চাৰ্জ্জ লব লাগিব। দূৰৈত যেতিয়া সহজে নগাঁওলৈ অহা টান হব। সেয়ে হে পঞ্চমীক মাকৰ ঘৰত দুদিন থোৱাৰ কথা ভাবিলে। পঞ্চমীয়েও আগতে সকলোকে মাত লগাই আহোঁ বুলি অনুমতি বিচাৰিছিল। তাই সোণবৰিয়ালত থাকিলে তাৰ সুবিধাও হব। আগতীয়াকৈ কিছুমান মাল-বস্তু পেক্ কৰাই নতুন ঠাইলৈ পঠিয়াব পাৰিব।

## ॥ ষোল ॥

গুণীতৰা আৰু সুভদ্ৰাৰ মনত উৎসৱ। পঞ্চমীক পাই সিহঁতে অনেক কথা সুধিছে। তাই গাঁৱৰ মানুহে কোৱা-কুই কৰা শুনিছে যে তাইৰ কপালৰ বলতে হেনো গিৰিয়েক এচ্. ডি. অ'. হল। পঞ্চমীয়ে কিন্তু গাঁৱত নিজৰ কথা একো নকয়। ভগীৰথৰ কথাও উল্লেখ নকৰে। সেইকাৰণে গাঁৱৰ মানুহে তাইক বেছি ভাল পায়। সিহঁতে ভাবে যে পঞ্চমীৰ অকণো গপ হোৱা নাই। ভৰত শইকীয়ায়ো গৌৰৱ অনুভৱ কৰিছে। তেওঁৰ জোঁৱাই যে এচ. ডি অ'. হব!

কিন্তু সোণবৰিয়াললৈ আহি পঞ্চমীৰ মনটো উগুল-থুগুল লাগিছে। ইয়াতে কত স্মৃতি লিখা আছে! সোণবৰিয়াল হাইস্কুল! সিও এক অধ্যায়! চোতালৰ একাষে 'সি' থকা চালি-ঘৰটো! এতিয়া সেইটো ঘৰত তাঁতশাল পাতিছে। বজাৰৰ কাষেদি যোৱা বাটটো! এইটো বাটৰ প্ৰতি খোজে খোজে যেন বকুল মৰহি আছে!

এৰা, ইচ্ছা কৰি ঘটনাৰ সোঁত সলনি কৰিব পাৰি, জীৱনৰ ধাৰা বদলাব পাৰি; মনক হে ভুৱা দি ৰাখিব নোৱাৰি। সেইকাৰণেই সোণবৰিয়ালত থাকি তাইৰ অসহ্য লাগিছে। এইবোৰ কথা—গাভৰু-মনক প্ৰথম উচাটন কৰা কথাবোৰ—মনলৈ অহা মানে ভগীৰথক প্ৰতাৰণা কৰা। ইয়াৰপৰা যাব পাৰিলেই ৰক্ষা! 'সি' দেৱতা। কিন্তু মানুহৰ লগত দেৱতা থকা অসম্ভৱ।

কাঠফুলা বৰিত ভগনীয়া বহিলহি নেকি? তাইৰ জানিবলৈ খুব ইচ্ছা গৈছে। কিন্তু কাক সুধিব? সুভদ্ৰা আৰু মাকক সুধিব নোৱাৰে। সিহঁতে হয়তো তেতিয়া কিবা উমান পাইছিল। খুৰায়েকক সুধিব? ওহোঁ, ভয় লাগে।

এৰা, ওচৰ-চুবুৰীয়াকে সোধা ভাল হব। ক'ৰচুঙৰ জীয়াৰী ভামিনী তাইৰ দূৰ সম্পৰ্কীয়া মামীয়েক। ভামিনীৰপৰা জানিলে যে কাঠফুলা বৰিলৈ ভগনীয়া অহা নাই। মানুহবোৰ এতিয়াও সতৰ্ক হৈ আছে। বহুতে বৰিত গোহালি সাজিছে। সম্ভৱ চৰকাৰৰ আকৌ ভগনীয়া বহুৱাৰ অভিপ্ৰায় আছে। কাৰণ গঞাই দাবী জনোৱা সত্ত্বেও মুকুলীক এৰি দিয়া নাই।

হাইস্কুলখন আগতকৈ ভাল হৈছে। নতুন ঘৰ দুটাও হৈছে। কিন্তু অঙ্কৰ মাষ্টৰ বিচাৰি পোৱা নাই।

এসপ্তাহৰ পিছত তাইক লৈ যাবলৈ ভগীৰথ আহিল। সি ঘৰৰ সকলোলৈকে দামী দামী উপহাৰ আনিছে। পঞ্চমীয়ে ভাবিলে, সি তাইক ভাল নোপোৱাহেঁতেন কিজানি কলেহেঁতেন—'মই নতুন ঠাইত ভালকৈ থিতাপি লওঁ মানে এওঁ ইয়াতে দুমাহমান থাওক।' সেইকাৰণেই বহুত দূৰলৈ যাবলগীয়া হলেও তাইৰ বেয়া লগা নাই। আকৌ ভাবিলে—মাকক লৈ যাব নেকি? এতিয়া মাক যাব নেলাগে। গাত পাঁচ মাহ হলে পঞ্চামৃত খাব লাগে—স্বয়ং মাকে ৰন্ধা পঞ্চামৃত। তেতিয়া তাই আকৌ সোণবৰিয়াললৈ আহিব নোৱাৰিব। কাৰণ, সেই সময়ত মটৰ-চটৰত খেকেচা খোৱা বেয়া। তেতিয়াই ভগীৰথে মাকক লৈ যাবহি। তাই খালাচ হোৱাৰ পিছতো সন্তানটোক তেল-টেঙা ঘঁহি বুজন কৰালৈকে মাক ছয়-সাত মাহ থাকিব লাগিব। হয়তো

এতিয়া মাকক তাইৰ লগত যাবলৈ ধৰিলেও তেওঁ এনেকুৱা সময় এটাত যোৱাৰ কথাকে কব।

ভগীৰথে কিন্তু এতিয়াও নেজানে। তাই স্পষ্টকৈ কবলৈ লাজ পাইছে। এদিন অলপ ইঙ্গিত দিছিল। সি কিন্তু বুজি নেপালে। তাই কৈছিল— "এমাহ গা ধোৱা নাই।"

সি কৈছিল, "এমাহ গা ধোৱা নাই? কি আচৰিত? এমাহ মানুহে গা নুধুই পাৰে?"

তাই মাত লগাইছিল—"তুমিও অভং। ইয়াৰ অৰ্থ হবলা এনেকুৱা? মই আন ভাবত হে কৈছোঁ। মই গা ধুই থকা জানো তুমি গম পোৱা নাই?"

সি কৈছিল, "তেনেহলে কি ভাবত কৈছা?"

তাই মিচিকিয়াইছিল। তাই ধেমালি কৰিছে বুলি ভাবি সিও হাঁহিছিল। তাইৰ তালৈ পুতৌ উপজিছিল। সি আঁতৰে আঁতৰে থাকি কিছুমান মাত-কথাৰ অৰ্থ পাহৰি গল। এইবাৰ নতুন ঠাইলৈ গৈ তাই তাক স্পষ্টকৈ কব। পোনতে কবলৈ সঙ্কোচ হব কাৰণে ইংৰাজীতে এটা শব্দ কব—'কনচিভ'। অৱশ্যে যি কোনো সময়তে তাক কথাটো কবলৈ তাইৰ মনটো উত্ৰাৱল হৈ পৰিছে। এইটো যে কিমান সুখৰ খবৰ! কিন্তু বদলী হোৱাৰ সময়ত তাৰ চিন্তা বাঢ়ে বুলি হে তাই কোৱা নাই।

কিন্তু সোণবৰিয়ালত ভৰি দিয়াৰ লগে লগে মাকে তাইৰ চেহেৰা দেখিয়েই বুজিছিল। তাইৰ অঙ্গে অঙ্গে নতুন কমনীয়তা বিৰিঙি উঠিছে। শৰীৰৰ প্ৰতি কোষ কোমল হৈ হৈ তাইক নতুন কোমলতা দিছে। ৰূপত চিৰন্তন প্ৰকৃতিয়ে হাত বুলাইছে।

মাকে সুধিছিল, "গা ধুই আছ?"

তাই লাজ লগা ভাব দেখুৱাই কৈছিল, "নাই"।

মাজুলীলৈ ওলোৱাৰ সময়ত তাই উচুপিছিল। এই উচুপনিত বেদনা নাই। মাথোন সদায় সকলো ছোৱালীয়ে বিয়াৰ প্ৰথম বছৰ মাকৰ ঘৰখন এৰাৰ সময়ত উচুপে; আনকি গিৰিয়েকৰ আগতো। এয়া যেন সহজাত উচুপনি। এই উচুপনিয়ে মৰম গভীৰ কৰে। সকলোৱে শান্তি পায়। তাই, মাক, সুভদ্ৰা—সকলোৱে।



## ॥ সোভৰ ॥

পিয়ন, কেৰাণী, আলি-মহৰী, ড্ৰাইভাৰ আৰু কেবাটাও ঠিকাদাৰে এচ্. ডি. অ.'ৰ নতুন কোৱাৰ্টাৰত বস্তু-বাহানি থানথিত লগোৱাত খুব খাটিলে। দুদিনৰ ভিতৰতে ঘৰটো ইমান পৰিপাটি লাগিল যে কোনোবাই আহি দেখিলে ভাব হব—ভগীৰথ ভূঞা যেন এইটো কোৱাৰ্টাৰত বহুত দিন ধৰি আছে।

পহিলা সপ্তাহটো মানুহেৰে উদুলি-মুদুলি। পঞ্চমী আচৰিত হল। তাইৰ গিৰিয়েকৰ চাকৰিটো সঁচাকৈয়ে ডাঙৰ। যিমানবিলাক মানুহে আহি তাক দেখা কৰিছে, সকলোৱেই তাক 'চাৰ' বুলি মাতিছে। এদিন মটৰ লৈ যোৰহাটৰপৰা মানুহ তিনিটা আহিছিল। সিহঁতেও তাক 'চাৰ' বুলিছিল। এই মানুহবোৰো আচৰিত। সিহঁতে ভগীৰথৰ লগত এনেকৈ কথা পাতে যেন সিহঁত তাৰ লগত বহুত দিনৰ হে চিনাকি। কিন্তু তাই জানে যে তাতকৈ তাৰ চাকৰিটোৰ লগত হে সিহঁতৰ পৰিচয় গাঢ়। তাই ভাবে, চাকৰিয়ে মানুহক স্বকীয়া ব্যক্তিত্ব দিয়ে। তাইৰ ভাব হয়, তাৰ ঠাৰে-ঢিঁয়াৰে হে যেন সকলো চলিছে। বৰনৈয়ে চাৰিওফালে আগুৰি থকা সেউজীয়া দ্বীপটোৰ পূবে পানীৰ ওপৰেদি সূৰুযে ভূমুকি মাৰিছে যেন তাৰ নিৰ্দ্দেশত হে। পশ্চিমে হেঙুলীয়া পানীত ৰঙা সূৰুযে হাঁহি হাঁহি ডুব মাৰিছে যেন তাক সন্তোষ দিবলৈ হে।

এইখন স্বপ্নৰ দেশ। চৌপাশৰ অপাৰ বগা পানীৰ মাজত কোমল সেউজীয়া দ্বীপটো যেন উপঙি আছে। বননি, উলুৱনি, ধাননি, সত্ৰৰ হাটীবোৰৰ দৰে থুপ খাই থকা চক্ৰাকাৰ হাবিবোৰ, কেঁচাসোণ বৰণৰ সৰিয়হতলীবোৰ, সেউজ সমতলৰ মাজে মাজে ৰূপৰ দৰে জিলিকা অকোৱা-পকোৱা আলিবোৰ আৰু সেউজীয়া চুলি ফালি বৈ পৰা সেঁওতাৰ দৰে গো-বাটবোৰো অপৰূপ। প্ৰকৃতিৰ এই শান্ত-শ্ৰী উপভোগ কৰি হৃদয়ক সমৃদ্ধ কৰিব পাৰি; কিন্তু আনক বুজাব নোৱাৰি, আনকি নিজকো।

গড়-কাপ্তানি বিভাগৰ অফিচ, গুদাম-ঘৰ, কোৱাৰ্টাৰস কলো গড়মূৰতে। এচ্. ডি. অ.'ৰ কোৱাৰ্টাৰটো অফিচৰ চৌহদতে। সেইকাৰণে ভগীৰথ অনবৰত পঞ্চমীৰ লগত থকাৰ নিচিনাই। অৱশ্যে সি আগৰ দৰেই ব্যস্ত। কেৱল তাইৰ লগত ঘনাই ঘনাই দেখা হে হয় আৰু দুই-তিনি মিনিটৰ কাৰণে কথাৰ আদান-প্ৰদান হয়। তাইৰ ভাল লাগে। এয়ে ঢেৰ। আগৰ দৰে ভাত-পানী বাঢ়ি বৈ থাকিব নেলাগে। তদুপৰি, ইয়াত সমান মানদণ্ডৰ অফিচাৰৰ সংখ্যা আঙুলি-মূৰত লেখিব পৰা। গতিকে আগৰ দৰে অফিচাৰৰ লগত সময় কটোৱাৰ সুবিধাও নাই। যিকেইজন অফিচাৰ আছে, তেওঁলোক থাকে কমলাবাৰীত: প্ৰজেক্ট অফিচাৰ, এক্সটেন্‌শ্যন্ অফিচাৰ, ডাক্তৰ, এচ্. ডি. চি., স্কুলৰ ডেপুটি ইন্সপেক্টৰ; আৰু হয়তো দুই-তিনিজনমান।

কিন্তু নতুন ঠাইত ডেৰ মাহ আলেখ-লেখ চোৱাৰ পিছতেই ভগীৰথৰ পটুতা দেখুওৱা আৰু ক্ষমতা খটুৱাৰ দিন আহি পৰিল। নতুন নতুন মথাউৰি, আলি আৰু ঘৰ সজোৱাৰ সময় হল। টেণ্ডাৰ, বানিং বিলৰ সময়। পুৰণি আলি মেৰামতি কৰাৰ সময়। ওপৰৱালাই ঘনাই ঘনাই পৰিদৰ্শন কৰাৰ সময়। প্ৰতিটো দিনেই সুযোগ-সুবিধাৰ দিন, ব্যস্ততাৰ দিন, ক্ষমতা খটুৱাই অহমিকাক তুষ্ট কৰিব পৰা দিন।

"পমী!"

"কি?"

"খুব ভাল সময়তেই ইয়ালৈ আহিছোঁ। বাৰিষা অহাহেঁতেন ৰাস্তা মেৰামতি কৰি হাইৰাণ হলোহেঁতেন। তুমি বাৰু থাকি কেনে পাইছা?"

"বেয়া লগা নাই। পিছে মোৰ কাৰণে হে ইয়াত সময় কটোৱা বৰ টান হৈছে। তোমাৰ হয়তো বেয়া লগা নাই—কামত লাগি থকা কাৰণেই।"

"এৰা, ময়ো কথাটো ভাবিছোঁ। কেতিয়াবা ভাবোঁ—তোমাকো জীপখনত লৈ ফুৰোঁ নেকি? কিন্তু কষ্ট পাবা।"

"এটা উপায় আছে। তুমিতো সপ্তাহত এবাৰ যোৰহাটলৈ যোৱাই। মোলৈ প্ৰতিবাৰেই দুখন-তিনিখন গল্প-উপন্যাসৰ কিতাপ লৈ আহিবা। এইবোৰ পঢ়ি মোৰ বৰ ভাল লাগে।"

"ঠিক আছে। এইবোৰ মই পঢ়িব নোৱাৰোঁ, আৰু পঢ়িবলৈ সময়ো নাই। মোৰ ডেফিচিয়েন্সি তুমিয়েই মোৰ হৈ ফিল্-আপ্ কৰা। আজিকালি বাতৰি কাকতখনো পঢ়িবলৈও আগ্ৰহ নোহোৱা হৈছে। ঠিক আছে, অফিচলৈ অহা বাতৰিখনো তোমাক সদায় দি যাবলৈ কম।"

"আৰু এটা কাম কৰিব লাগিব কিন্তু। আজিকালি গুৱাহাটীৰপৰা কেবাখনো আলোচনী ওলাইছে। নগাঁৱত থাকোঁতে পঢ়িছিলোঁ। ইয়াত পোৱাৰ একো ব্যৱস্থা নাই। মই বছৰেকীয়া গ্ৰাহক হব খুজিছোঁ। সিহঁতে ডাকত পঠিয়াই থাকিব।"

"ঠিক আছে। আলোচনীবোৰৰ নামবোৰ, ঠিকনা আৰু দামটো লিখি দিবা। মই টকা পঠিয়াম।"

"কিন্তু আলোচনী আৰু কিতাপবোৰ নেপাওঁমানে কৰিম কি? কেৱল ৰুমালতে ফুল তুলি থাকিম?"

"অ' তেনেহলে তোমাৰ বাৰুকৈয়ে আমনি লাগিছে। ঠিক আছে, দহ-বাৰ দিন অলপ উশাহ লব পৰা অৱস্থাত আছোঁ। আবেলি আবেলি মাজুলীখন দেখুৱাম। কিছুমান ৰাস্তা নৈৰ পাৰে পাৰে। কিছুমান মিৰি-গাঁৱৰ মাজে মাজে। অ' এটা কথা নহয়। তুমি যে কৈছিলা—সেইকাৰণে হেনো থেকেচা খোৱা বেয়া!"

"চাৰি মাহত দিগ্‌দাৰ নাই। তিনি, পাঁচ, সাত—এইবোৰ মাহত হে বেয়া।"

"ঠিক আছে।"

ভগীৰথে ইয়াতো মদ খোৱা স্বভাৱটো এৰা নাই। আজিকালি মাত্ৰা বেছি হোৱা নাই যদিও দিনো খোৱা হৈছে। তথাপি পঞ্চমীয়ে বেয়া পোৱা নাই। সি যে তাইক মৰম কৰে। বেছিকৈ মৰম লাগিলে তোষামোদ কৰি ভাল পায়। তাইক ইয়াতকৈ আৰু কি বেছি লাগিছে?

এৰা, তাই তাৰ লগত জীপত ঘূৰিব। বহুত ঠাই। ক্ষুদ্ৰ দ্বীপটোৰ আটাইবোৰ সৰু সৰু গাঁও। গুৱালগাঁও, চিলাকলা, পহুমাৰী, কলীয়াগাঁও, জেংৰাই-মুখ, নলডঙা, উথলচুক; আৰু বহুত। আৰু এটকা মহন্তৰ অনেক সত্ৰ।

এদিন গল—পুৰণি কমলাবাৰী, নতুন কমলাবাৰী আৰু আউনীআটিলৈ। পিছদিনা গল দক্ষিণপাট, বনগাঁও, ম'হকিনা গাঁও আৰু কাকাৰকটা গাঁৱলৈ। তাইৰ যে কিমান ভাল লাগিল! সত্ৰৰ সভ্যতা প্ৰাণ ছুই যোৱা। নিজঞ্জাল। আৰু নিজঞ্জাল নলগা সময়খিনিত কথা আৰু হাই-উৰুমিৰ অনৰ্থকতা নাই। আছে সঙ্গীত। আত্মাক উন্নীত কৰা ঈশ্বৰগীতি—বৰগীত, ঘোষা, কীৰ্ত্তন। আৰু,

ডবা-কাঁহ, খোল-নাগেৰা, কৰতাল-বৰতালৰ আকাশ ছানি যোৱা ছেও! সত্রৰ ভিতৰত বকুল আৰু বন-তুলসীৰ ছাঁ ধৰ্ম্মই দিয়া শান্তিৰ দৰে শীতল, অবৰ্ণনীয়। বিয়াগোম নামঘৰত আৰু নাগেৰা-ডবা-সিংহাসন আৰু সাঁচিপতীয়া পুথিৰ ওচৰত শঙ্কৰ-মাধৱ জীয়াই আছে। আৰু জীয়াই আছে ওখ ভেটিৰ চাপৰ, দীঘলীয়া কেৰলীয়া ভকতৰ হাটীবোৰত। আৰু হয়তো জীয়াই আছে অধিকাৰ প্ৰভুৰ মুখত আৰু ধৰ্ম্মীয় আচৰণত। শঙ্কৰ-মাধৱে নিশ্চয় নিজক আৰু নিজৰ যুগক সোঁৱৰাইছে বুঢ়া আতৈসকলৰ যোগেদি। এওঁলোক খোল-তাল, গীত-মাতত গন্ধৰ্ব্ব। হয়তো ক্ষয়িষ্ণু সংস্কৃতিৰ শেষ প্ৰতিনিধি। অটুট স্বাস্থ্য। বয়সে দেহক বিকল কৰিব পৰা নাই। পাহকটা চুলি, আঁঠু-মূৰীয়া চুৰিয়া আৰু নিপোটল দেহত কেৱল চেলেং এখন। মুখত নম্ৰতা, কথাত নম্ৰতা; দাস্য-ভকতিৰ চৰম প্ৰকাশ। কথাও কয়, পঞ্চমীহঁতে কব নোৱাৰা ভাষাৰে। তাইৰ ভাব হয়, 'কথা গুৰু চৰিত'ৰ অধ্যায় এটা হে যেন অকস্মাতে কথা হৈ পৰিছে!

সত্ৰ পাৰ হৈ সৰু আলিৰেই খোজ দি আহি থাকিলে তাই প্ৰায়ে নিজক পাহৰি যায়। বাট-চ'ৰা, বকুল, ঔ আৰু গমাৰিয়ে ছাঁ কৰা নিমজ সৰু আলি, দুয়োৰে বৰনৈৰ দাঁতিত ইকৰা-কঁহুৱা-দলনি আৰু মাজে মাজে লগপোৱা আতৈসকলক দেখি তাই পাঁচ শ বছৰৰ আগলৈ পিছুৱাই যায়। ইতিহাস বাগৰি আহি ইয়াতে পোন্ধৰ শতিকাত যেন বৈ গল। সময় যেন নিশ্চল হৈ ৰল!

সৌখন হাবি! দাঁতিৰ গো-বাটেদি শিচসকলৰ সৈতে শঙ্কৰ গুৰু আহিছে। চতিয়না, কঁঠাল, আম, পক্মৌ, ঔ আৰু ক'ৰৈৰ পাতল হাবিৰ মাজত গুৰুৱে শুনিলে—আকাশ ভেদি 'ঈশ-নাম নিনাদি' যোৱা বৰগীত—নিজে ৰচা আৰু নিজে সুৰ দিয়া: নাৰায়ণ, কাহে ভকতি কৰোঁ তেৰা, মোৰ পামৰ মন, মাধৱ ঘন ঘন……। অতি সুমধুৰ। এই সুৰে যেন স্ৰষ্টাক চেৰ পেলাইছে। অলপ পিছতে এগৰাকী লোকে গাই গাই গুৰুক প্ৰণতি জনালে। গুৰু তুষ্ট হল। কলে, 'পিতৃদত্ত নাম যিহকে থাওক লাগে, তোমাৰ নাম আজি ধৰি নাৰায়ণ হওক। আমাকো ধন্য কৰিছা। আমি ৰচা গীতটি যে……।'

সত্ৰ পাৰ হৈ এনেকুৱা এখন হাবি দেখিলে প্ৰায়ে পঞ্চমীৰ চৰিতপুথিৰ এই আখ্যানটি মনত পৰে। তাই ভাবে, তাই যেন অতীতত জীয়াই আছে। কিন্তু কমলাবাৰী সত্ৰ পাৰ হোৱাৰ পিছতেই তাই এতিয়াৰ যুগলৈ ঘূৰি আহে। সমূহীয়া উন্নয়নৰ পকী-ঘৰবোৰ, ইন্‌স্পেক্‌চন বাংলো, শিলগুটি সিঁচা আহল-বহল আলি, বাচ-ট্ৰাক্, কুলী-মহৰী-অ'ভাৰচিয়াৰ দেখি হে ভাব হয় তায়ো জীপত উঠি আছে। কমলাবাৰী ঘাটত ফেৰী-জাহাজৰ দীঘল উকিটোৱে সোঁৱৰাই দিয়ে যে তাই এই যুগৰ ছোৱালী আৰু এই অঞ্চলৰ কুমাৰী পৃথিবীক বহুদিনৰ আগৰে-পৰা চহৰৰ ধন-লোভী মানুহে থকা-সৰকা কৰিছে!

এদিন সাঁকো-পাৰৰপৰা ঘূৰি আহোঁতে তাই বেছি তন্ময় হৈছিল। জীপ চলাই অহা ভগীৰথৰ অস্তিত্বকে পাহৰি গৈছিল। আপোন প্ৰাণে থিতাপি লৈছিল চাকৈ-চকোৱাৰ নিমজ পাখিৰ মাজত, বালিৰ বহল বুকুত, বালিৰে বগোৱা বৰ-কাছৰ পিঠিত, কঁহুৱা ফুলৰ হেন্দোলনিত, বৰনৈৰ ৰিব্‌ৰিব্ বতাহত, টুলুঙা নাৱৰ চঞ্চল কোলাত, দুয়োৰে কোমল সেউজত আৰু বৰনৈৰ লহৰত। সেয়ে হে কমলাবাৰী পাই চক খাই উঠিছিল। টিনপাতৰ ঘৰবোৰে আৰু বিহাৰী বন্ধুৱাৰ কোলাহলে তাইক হুলে বিন্ধাদি বিন্ধিছিল। ভগীৰথৰ মাত শুনি আৰু অস্বস্তি লাগিছিল।

"মনে মনে আহিছা দেখোন! ভাগৰ?"

"ওঁ, বৰ ভাগৰ লাগিছে।"

"কেনে লাগিল?"

"কি?"

"ট্ৰিপ্‌টো?"

"ভালেই।"

"কাইলৈ মোৰ লগত যোৰহাটলৈ যাবা?"

"নেযাওঁ। কেইদিনমান জিৰণি লব লাগিব।"

"মই তেনেহলে যাবই লাগিব।"

"কিয়?"

"স্কুটাৰখন বেচিব লাগিব। অফিচৰপৰা জীপখন পাওঁ যেতিয়া স্কুটাৰৰ কি দৰকাৰ।"

"কোনে লব?"

"চাধুৰীৰ সিঙক কৈছিলোঁ। সিয়েই লব। এৰা, বেচাই ভাল। মানুহক কষ্টেৰে চলিছোঁ যেন দেখুৱা ভাল হব। টকা ঘটাৰ আচল জেগাতে পৰিছোঁহি। জোৱাইতনো কি ঘটিলোঁ! ইয়াত তাৰ দহগুণ হব। গতিকে সাৱধান হোৱা ভাল। আজিকালি চব্ মানুহেই পথালি চকুৱা। কাকো বিশ্বাস কৰিব নোৱাৰি।"

"ইমান টকা কেলৈ ?" তাই গহীন।

"বেজিনো কেলেই ?—মোনা চিলাবলৈ। মোনানো কেলেই ?—ধন ভৰাবলৈ। ধননো কেলেই ?—হাতী কিনিবলৈ। হাতীনো কেলেই ?—উঠি ফুৰিবলৈ···।" সি কিন্তু অস্বাভাৱিকভাৱে আনন্দিত। যেন পাগলৰ আনন্দ।

সি তাইক ৰং লগাবলৈ লৰা-ছোৱালীক কোৱাৰ দৰে কৈছে আৰু তাইৰ থুঁতৰিত ধৰি জোকাৰি দিছে যদিও তাই হাঁহিব পৰা নাই। তাই সম্পূৰ্ণ ওলোটা কথা ভাবিছে—উঠিলেনো (হাতীত) কি হয় ?—ডাঙৰ মানুহ হয়। কিন্তু এইটো ইয়াৰ উত্তৰ নহয়। বহুত প্ৰশ্নৰে উত্তৰ নাই। অথচ বহুত মানুহে উত্তৰ আছে বুলি ভাবে। সেইবোৰ বিমূঢ় মনৰ উত্তৰ। মূল্যবোধ বিচাৰি নেপাই হাবাথুৰি খোৱা অশান্ত অসুস্থ সমাজৰ উত্তৰ। হয়তো এনে উত্তৰত আংশিক সত্যও নাই।

## ॥ ওঠৰ ॥

পঞ্চমীয়ে ভাবিছিল—ভগীৰথ মানুহটো এনেকুৱাই। অৰ্থাৎ আন বহুতৰ দৰে সুবিধা পালেই টকা খায়, অথচ পাৰিবাৰিক জীৱনত সুকীয়া মানুহ। কিন্তু তাই সম্পূৰ্ণ মানুহটোক বুজি নোপোৱা হলেই ভাল আছিল। তেতিয়া হয়তো তাই সুখী হব পাৰিলেহেঁতেন।

কমল মাষ্টৰৰ ভায়েক ভগীৰথ ভূঞা। সময়ে তাক বহুত সুবিধা দিছে। সি অভিলাষী হৈছে। এয়া সুকীয়া ধৰণৰ অভিলাষ। এই দুৰন্ত অভিলাষে পাৰিবাৰিক জীৱনৰ সুখ নিবিচাৰে, সমাজৰ প্ৰশংসা নিবিচাৰে। নৈতিক চেতনাক হে বনবাসী কৰে। বিচাৰে টকা আৰু ভোগ। মাজুলীততো প্ৰলোভনৰ সীমা নাই। তাৰো যে বাসনাৰ সীমা নাই। উপকূৱা দৃষ্টিত মাজুলী নীৰৱ, শান্ত, একেসুৰীয়া। কিন্তু ইয়াৰ অন্তৰালত আৰু এখন পৃথিৱী আছে। এইখন পৃথিৱীত বহুত বৈচিত্ৰ্য আছে। ৰূপ আছে, পুৰুষৰ পল্লৱগ্ৰাহী মনৰ বিধ বিধ খোৰাক আছে। কেৱল টকা লাগে, ক্ষমতা লাগে। সুকীয়া সুকীয়া



দেহৰ জুতি লোৱাটো তাৰ কাৰণে নতুন কথা নহয়। গতিকে স্খলনৰ প্ৰশ্নই নুঠে। 'যোগ্যা ভোগ্যা বসুন্ধৰা'। পাপ-পুণ্য বোলা বস্তুটো ভীতু আৰু দুৰ্ব্বলীৰ ধাৰণা। জীৱন-বোধে সামৰে—আৰাম, বিলাস আৰু গোপন প্ৰিয়াৰ সম্ভোগ!

সি কাকো বুজিবলৈ বাকী থোৱা নাই। গৰাখহনীয়াই মানুহক সুকীয়া কৰিছে। ঐতিহ্যৰো গৰাখহনীয়া হৈছে। বানপানীয়ে আৰু গৰাখহনীয়াই ভোগালী মাজুলীক কাঙালী কৰিছে। মানুহে এতিয়া আগৰ দৰে চলি পৰজন্মলৈ সাজু হোৱাৰ কথা ভাবিব নোৱাৰে। জীৱনৰ নিয়মিত ছন্দ যেন হঠাতে থমকি তাণ্ডৱ মূৰ্ত্তি ধাৰণ কৰিছে। অভাৱে জীৱনক নিষ্ঠুৰভাৱে আঘাত কৰিছে। ঈশ্বৰে শ্ৰদ্ধা-ভক্তি হেৰুৱাইছে। বৰনৈয়ে গোটেইখন মাজুলী গ্ৰহাই নিজত লীন নিয়াবলৈ বেছিদিন নাই বুলি অভিজ্ঞ ইঞ্জিনিয়াৰেও কব। কোটি কোটি টকা খৰচ কৰি মাজুলীক ব্ৰহ্মপুত্ৰৰ গ্ৰাসৰপৰা ৰক্ষা কৰাৰ কোনো অৰ্থ নাই বুলিয়েই চৰকাৰে ভাবে। এই দ্বীপৰ ব্যৱসায়িক মূল্য নাই। খেতিয়কৰ-পৰা যিখিনি খাজনা পোৱা যায়, সেইখিনি খাজনা পাই থাকিবৰ কাৰণেই সাম্প্ৰতিক উদ্যোগৰ যুগত কোটি কোটি টকা খৰচ কৰিব নোৱাৰে। আচৰিত কথা যে আমাৰ গণতন্ত্ৰৰ পহিলা পৰ্য্যায়ত ব্যক্তিৰ মূল্যতকৈ ঔদ্যোগিক বিকাশৰ মূল্য বেছি। সেইকাৰণেই গৰাখহনীয়াৰ লগে লগে ইয়াৰ মানুহৰ মূল্যবোধ আৰু নৈতিক চেতনাৰো গৰাখহনীয়া আৰম্ভ হৈছে। মানুহ পলায়নবাদী হৈছে। জীৱনৰ অনিশ্চয়তাই বহুতক ভোগ-লিপ্সু কৰিছে। বহুতে বিচাৰিছে, কোনোমতে জীয়াই থকাৰ সহজ বিকল্প। সেইকাৰণে জুপুৰি ঘৰত থকা ছোৱালীয়ে এশ-ডেৰশ-টকীয়া পোছাক পিন্ধা চকুত পৰে। বিশেষকৈ চৰকাৰী ঘৰ-দুৱাৰ আৰু অনুষ্ঠান থকা অঞ্চলটোত। এনে অঞ্চল ভোগলিপ্সু অফিচাৰৰ কাৰণে উৰ্ব্বশী-মেনকাৰ দেশ।

পৰম্পৰাহীন আধুনিকতাই মানুহক বেছি আসক্ত কৰিছে। মাজুলীবাসীৰ মাজৰপৰা নতুন ধৰণৰ মানুহ ওলাইছে—ঠিকাদাৰ, পাৰ্মিট বিচাৰি ফুৰা দালাল, চোৰাং-বেপাৰী, শিক্ষিত নিষ্পেষক। এখন ভুৱাৰ ৰাজ্য। ধৰ্ম্ম গৌণ আৰু তাকে মুখ্য স্থান দিয়াব নোৱাৰে যদিও সত্ৰৰ অধিকাৰে প্ৰতাপী আহোম ৰজাৰ সম্ভ্ৰমেৰে ধৰ্ম্ম প্ৰচাৰ কৰি জীৱিকা উলিয়াইছে। ভোট দিয়াৰ সময়ত শিক্ষিত মানুহৰ শিক্ষাৰ কপটালিৰ চূড়ান্ত প্ৰকাশ।

গতিকে ভগীৰথৰ কিহৰ চিন্তা!

পঞ্চমী পুৰণা হৈ গৈছে। তাইৰ উদৰ-স্ফীতিয়ে সম্ভাব্য মাতৃত্বক মোহনীয় কৰি তুলিছে। কিন্তু তাৰ চকুত এই গহীন চেহেৰা অসহ্য। সি ভাবে, তাইৰ বাহিৰে যেন পৃথিবীৰ আটাইবোৰ ছোৱালী ধুনীয়া, বেছি জীৱন্ত আৰু অধিক উপভোগ্য।

সি তাইৰ লগত প্ৰয়োজনীয় কথাখিনিও খুব চুটিকৈ কয়। তাই ধৰিব নোৱাৰে। তেনেহলে সি তাইক মাজে মাজে মৰম কৰে কিয়? তাই ভাবিবই নোৱাৰে যে তাই তাক সন্দেহৰ চকুৰে নেচাওক বুলিয়েই মাজে মাজে এনে অভিনয় কৰে।

ৰাতি গহীন হলে হে সি ঘৰলৈ আহে। তাই মদৰ গোন্ধ পায়। ওচৰ চাপি কিবা কবলৈ সাহ নহয়।

এদিন সি ৰাতি বাৰ বজালৈকে নাহিল। শেহ-ৰাতি হে দুৱাৰত টোকৰ শুনি তাই দুৱাৰ খুলি দিলে। লগে লগে দেখিলে, মানুহ এটাই তাক দাঙি ভিতৰলৈ আনিছে। সি বেছিকৈ খাইছিল। চাৰ্ট আৰু পেণ্টত বমি কৰাৰ চিন। ড্ৰাইভাৰ আৰু মানুহটো যোৱাৰ পিছত তাই দুৱাৰ বন্ধ কৰি দিলে। বেহুচ হৈ পৰি থকা মানুহটোৰ কাষত বহি তাই পাৰেমানে কান্দিলে। সি হয়তো শুনিলে। চকু মেলিবলৈ যত্ন কৰিলে; নোৱাৰিলে। তাইৰ চিন্তা লাগিল। লেমটোৰ শলিতাডাল বঢ়াই দি তাৰ ওচৰত ধৰিলে। তাৰ বুকুখন ধপ্‌ধপাইছে। উশাহবোৰ চুটি চুটি। অথচ গাত চেতন নাই। তাইৰ ভয় হল। মূৰত পানী দিলে। নেমুটেঙাৰ ৰস চেপি দিলে। ভৰি দুখনো চেঁচা। নিমখৰ লগত মিঠা তেল মিহলাই ভৰিৰ পতা ঘঁহিলে। তাৰপিছত উম আহিবলৈ ভৰিত কাপোৰ দিলে। মূৰটো বিচিবলৈ লাগিল। সি ইকাতি-সিকাতি কৰা দেখি তাই অলপ সকাহ পালে। উশাহ অলপ স্বাভাৱিক হৈছে। তাই তাৰ বুকুত হাত দিলে! কিন্তু লেমৰ পোহৰে যেন তাইক এটা জোপ লৈ থকা বাঘ হে দেখুৱালে! গৰম পানীৰপৰা হাতখন আঁতৰাই অনাৰ দৰে তাই হাতখন তৎক্ষণাৎ আঁতৰাই আনিলে। তাইৰ ভালকৈ চকুত পৰিল—কামিজৰ বুকু অংশত সেন্দূৰৰ দাগ! কেৰা ঠাইতো। আৰু গালত কাজলৰ অস্পষ্ট ৰেখা! অথচ যোৱা সাত দিন সি তাইৰ কাষকে চপা নাই।

তাই এক নিমিষতে লেমটো নুমুৱাই পেলালে। এজনী অজান সতিনীয়ে ৰাখি যোৱা চিনবোৰ তাই পত্নী হৈ চাই থাকিব নোৱাৰে। তাই হঠাতে



নিষ্ঠুৰ হল। এইটো মানুহক শুশ্ৰূষা কৰি কি লাভ? প্ৰবঞ্চক, হিয়াহীন, পশু! ভণ্ড, অবিবেচক, পাষণ্ড! মৰক, আত্মক্ষয়ীৰ অনুশোচনাৰে তিল তিলকৈ মৰক। তাই যে এতিয়াও বিধৱাৰ দৰেই।

তাই সেইটো কোঠাৰপৰা ওলাই বাৰাণ্ডা পালেহি। কান্দিব নোৱাৰিলে, উচুপিব নোৱাৰিলে। শুকান চকুৰে, থৰক-বৰক দেহাৰে বুকুত ভুকুৱায়ো ক্ৰোধ আৰু প্ৰতিহিংসাৰ বহ্নি নুমুৱাব নোৱাৰিলে। আউলী-বাউলী হৈ বাহিৰৰ আন্ধাৰলৈ চালে। এই ডাঠ আন্ধাৰ অতিকে আপোন। তাই যদি এই আন্ধাৰৰ মাজত লুকাই যায় আৰু তিনি মাইল খোজকাঢ়ি কমলাবাৰী ঘাট পাই নিজক বৰনৈত সপি দিয়ে? মৃত্যুয়ে শান্তি দিয়ে। প্ৰাণপখী ওলাই যোৱা দেহাত ক্ৰোধ, প্ৰতিহিংসা আৰু যাতনা নাই। এই পৃথিবীত তাইৰ সমান অভাগিনী কোন আছে? উৰ্মিলা?—হব নোৱাৰে। উৰ্মিলা উপেক্ষিতা হৈছিল স্বামীৰ আদৰ্শৰ স্বাৰ্থত। লক্ষ্মণৰ চৈধ্য বছৰীয়া কৌমাৰ্য্যই পাৰস্পৰিক আধ্যাত্মিক প্ৰেম গভীৰ কৰিছিল। উৰ্মিলা ভাগ্যৱতী। কিন্তু পঞ্চমী স্বামীৰ লগত থাকিও এলাগী হৈছে। নাৰীত কেৱল ভোগৰ আবেদন হে বিচাৰি পোৱা মানুহটোৱে তাইৰ অন্তৰ এখন আছে বুলি যে অস্বীকাৰ কৰিছেই, তাইৰ অস্তিত্বও অনুভৱ কৰা নাই। তাই বাহী হৈ গৈছে।

তাই মৰিব?—নমৰে। জীয়াই থকাটোও প্ৰত্যাহ্বান। স্বাভাৱিক তিৰোতা হৈ তাই আত্মহত্যাৰ আগৰ অস্বাভাৱিকতা লাভ কৰিব নোৱাৰে। মৰাটো গৌৰৱৰ কথা নহয়। যেনে তেনে জীয়াই থাকিব পৰাও ডাঙৰ কৃতিত্ব। মানুহৰ পৰাজয় নাই। জীৱন জীয়াই থাকে সম্ভ্ৰমেৰে। অনাহাৰীয়ে আত্মহত্যা কৰা নাই। কুষ্ঠ ৰোগীয়ে আত্মহত্যা কৰি জীৱনৰ কলঙ্ক মচিবলৈ বিচৰা নাই। গাভৰু বিধৱাই আত্মহত্যা কৰি উমি উমি জ্বলা স্বাভাৱিক বাসনাৰ অসহনীয়তা শেষ কৰি পেলোৱা নাই।

এই ধৰণীত বহুত কিবা চাবলগীয়া আছে, শুনিবলগীয়া আছে। স্বামীৰ মৰম আৰু বাসনাৰ পৰিতৃপ্তিৰ বাহিৰেও আৰু কিবা এটা আছে। ধৰণীত ধাৰণাতীত মোহ আছে। ধৰণী সদায় নতুন। সোণাইপৰীয়া প্ৰকৃতিয়ে প্ৰাণ জুৰ কৰে। বৰনৈৰ উচ্ছল বুকুত অলেখ বৈচিত্ৰ্যৰ খেলা। ঋতুৰে ঋতুৰে আকাশ-মাটি সলনি হয়, মন সলনি হয়। কিন্তু তাই মৰিলে সোণায়ে, বৰনৈয়ে, মাটিয়ে আৰু আকাশে পাহৰি যাব; অথচ এই নন্দনত্বই হে জীয়াই থকাটো অসহনীয় কৰি

তোলে। তাই এই পৃথিবী এৰিব নোৱাৰে! মনে জড়ক প্ৰাণ দিয়ে, চেতনকো জড় কৰে। মনত যাৰ স্থান নাই, সি সেই মনৰ অধিকাৰীৰ মানত জীয়াই থাকিও মৰা। ভগীৰথক যদি মনৰপৰা বাদ দিয়ে তেনেহলে সি জীয়াই থকাৰ অস্তিত্ব তাইৰ কাৰণে নোহোৱা হৈ পৰিব। মন বিমূৰ্ত নহয়; বাস্তৱ।

পিছদিনা ভগীৰথ যেতিয়া শোৱাৰপৰা উঠিল, তেতিয়া ৰাতিপুৱা পাৰ হৈ আঢ়ৈ ঘণ্টা আগ বাঢ়িছে। সি শোৱাৰপৰা উঠি পাছফালৰ বাৰাণ্ডাৰ চকী এখনত বহিল। পিয়নটোৱে মুখ ধুবলৈ পানী আদি যতনাই দিলে। মুখ ধোৱাৰ পিছত সি এগিলাচ নেমুটেঙাৰ পানী খালে। তাৰপিছত একাপ ফিকা চাহ। তেতিয়া হে তাৰ গাটো পাতল পাতল লাগিল।

পঞ্চমী তাৰ আগলৈ ওলোৱা নাই। তাই ইচ্ছা কৰিয়েই আন এটা কোঠাত সোমাই আছে। আগফালৰ বাৰাণ্ডাৰ বেঞ্চিত তিনিটামান ঠিকাদাৰ বহি আছে—বিশেষ কাৰণত এচ্. ডি অ'. চাহাবক লগ পাবলৈকে। তাই ভাবিলে—এতিয়া তেনেহলে তাক খাটাং কথা শুনাই দিবলৈ সময় নহব কিজানি।

সি গা-পা ধুই পোছাক পিন্ধি ডাইনিং টেবুলৰ কাষত বহিল। পিয়নটোৱে আধা-সিজা কণী এটা, ৰুটী দুখন আৰু কল দুটা টেবুলত থলেহি। পঞ্চমীয়ে আঁতৰৰপৰা লক্ষ্য কৰি আছিল। আগেয়ে তাই সদায় পুৱাৰ আহাৰ তাৰ লগত একেলগে খায়। আজি খোৱাৰ সময় পাৰ হৈ গৈছে কাৰণেই তাৰ লগত খোৱা নাই বুলি সি ভাবিব পাৰে। কিন্তু পঞ্চমীয়ে তাৰ ওচৰত বহিবলৈকো ইচ্ছা কৰা নাই। সেয়ে হে সি পিয়নটোক সুধিলে, "মলখু, বাইদেৱে নেখায় নেকি?" মলখুৱে একো উত্তৰ নিদিলে। ঘৰৰ পৰিবেশ গহীন। মলখু খুব গহীন হৈ থকা দেখিয়েই ভগীৰথে সকলো অনুমান কৰি ললে। সি আকৌ সুধিলে, "বাইদেৱে কি কৰিছে?"

সি অনিচ্ছুক উত্তৰ দিলে, "কব নোৱাৰোঁ।"

"মাতি আন।"

"নোৱাৰোঁ।"

"কিয়?"

"নাহে।"



"উস, ইয়াৰো বৰ বৰ কথা। বাৰু, তইঁতৰ কি হৈছে?"

"নিজেই গম পাব লাগিছিল।"

"বাৰু যা, মই মাতিছোঁ বুলি ক'গৈ।"

"মই নোৱাৰোঁ। মাতি আনগৈ বুলি কোৱাতকৈ মানুহজনীক মাৰি নেপেলাই কিয়?"

ভগীৰথ মনে মনে থাকিল। মলখু বয়সিয়াল মানুহ; মাজুলীত পি. ডব্লিউ. ডি.ৰ অফিচ বহাৰ দিন ধৰি সি কাম কৰি আহিছে। সি এতিয়ালৈকে কেবাটাও অফিচাৰৰ তলত কাম কৰিছে। সেইকাৰণে কোন অফিচাৰ কেনেকুৱা সি ভালকৈ ধৰিব পাৰে।

এই প্ৰসঙ্গ তল পেলাবলৈকে এইবাৰ ভগীৰথে অফিচাৰৰ গাম্ভীৰ্য্যেৰে সুধিলে, "বাহিৰত কোন কোন আছে?"

"ঠিকাদাৰ কিছুমান।"

"কেতিয়া আহিল?"

"সাত বজাতে।"

পোছাক পিন্ধি আছিল যদিও ভৰিত চেণ্ডেলযোৰ দেখিয়ে সি শোৱনি-কোঠালৈ গল। আল্‌নাৰ তল থাকৰপৰা জোতাযোৰ আনি পিন্ধিবৰ কাৰণে বিচনাত বহিল। এনেতে পঞ্চমী ওলালহি। আশাহত ছোৱালীজনীৰ মুখখনৰ সকলো কোমলতা যেন হঠাতে নাইকিয়া হৈ গৈছে। তাই তাৰ মুখামুখিকৈ থিয় হৈ আছে—নিৰ্মম দণ্ডাদেশ শুনিবলৈ বৈ থকা চহিদৰ দৰে।

"তুমি কেতিয়া ঘূৰিবা?"

"কব নোৱাৰোঁ।"

"কব পাৰা। মই সুধিলে হে এনেকৈ কোৱা।"

"কিয় মই আগতে কৈ যাব লাগে? মই ৰেচ্‌পন্সিব্‌ল্ অফিচাৰ। বহুত কাম।"

"বুজিছোঁ, তোমাৰ বহুত কাম। বিয়া কৰাই নিৰ্দ্দোষী ছোৱালী এজনীক ঠগিব পৰাও তোমাৰ কাম। তেনেহলে বিয়া কৰাইছিলা কিয়? মোৰ নামত টকা-পইচা জমা থৈ, মাটি-বাৰী লিখি দি চৰকাৰক ঠগিবলৈ?"

"খাট্ আপ্।"

"ধমক দি মোক চমকাব নোৱাৰা। মই তোমাক চাফ্ চাফ্ কৈ দিবলৈ আজি কথা পাতিছোঁ। আজি ঘৰলৈ চিঠি লিখিছোঁ। মোক সোনকালে নিয়কহি বুলি লিখিছোঁ।"

এইবুলি কোৱাত ভগীৰথ বিবুদ্ধিত পৰিল। তাই সঁচাকৈয়ে যাবগৈ? তাই তেনেহলে তাৰ কিবা কথা গম পাইছে? আৰু, তাই এই দম্ভ দেখুওৱাৰ স্থল আছে। তাইৰ নামত বেঙ্কত টকা আছে, চহৰত মাটি আছে। সেয়ে হে সি আগৰ সুৰটো সলনি কৰি সুধিলে, "ঘৰলৈ যোৱাগৈ? তুমি সঁচাকৈয়ে কৈছা নে বাৰু? খঙত বাৰু কোৱা। মই এইবোৰ কথাত লাগি নেথাকোঁ।"

তাই কিন্তু নদমিল। কলে, "যামগৈ। সিহঁত নাহিলে অকলে যামগৈ। মই ইয়াত কেবাজনী সতিনীৰ মাজত এজনী হৈ থাকি লাভ নাই।"

এইবাৰ সি হতবাক হল। সি তেনেহলে নিশ্চয় ধৰা পৰি গৈছে। তাই নিশ্চয় কাৰোবাৰ মুখে শুনিছে। সি একো নেমাতি ওলাই আহিল। ঠিকাদাৰ-কেইটাৰ লগত জীপত উঠিল আৰু কৰতী-পাৰৰ ফালে ৰাওনা হল।

ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে গড়-কাপ্তানি বিভাগৰ কেঁচা আলিয়েদি জীপ চলিল, আৰু লগে লগেই ভগীৰথে নিজে সৃষ্টি কৰা পাৰিবাৰিক অশান্তিৰ কথা পাহৰি গল। এনেকুৱা বাক-বিতণ্ডাক সি অশান্তি বুলি নেভাবে। তাৰ মনত অশান্তিৰ সূত্ৰ বেলেগ। বাহিৰা টকা নেপাই কেৱল দৰমহাৰে চলাটো অশান্তি। ওপৰৱালাই ভেটিৰ অংশ বিচৰাটো অশান্তি। ইন্‌কম্-টেক্স অফিচৰপৰা ন'টিচ্ অহাটো অশান্তি। মহৰী আৰু চেক্সনেল্ অফিচাৰে সি গম নোপোৱাকৈ টকা হজম কৰাটো অশান্তি। কিন্তু ইয়াত, খোজে খোজে ভাব-ভেটি পোৱা মাজুলীত, সি খুব শান্তিৰেই আছে। সি মাজুলীৰ সবাতকৈ গণ্য-মান্য লোক। পোন্ধৰ আগষ্ট আৰু ছাবিশ জানুৱাৰীত কমলাবাৰীৰ এচ. ডি. চি.য়ে পতাকা উত্তোলন কৰে যদিও মাজুলী অঞ্চলত তাৰেই নাম বেছি, পৰাক্ৰমো বেছি। ইয়াৰ নতুনকৈ সৃষ্টি হোৱা ঠিকাদাৰ-শ্ৰেণীটোৱেই সমাজত জাকত-জিলিকা। সিহঁতে যাক সন্মান কৰে, সিয়েই উত্তম ব্যক্তি।

ৰাইজৰ দুখৰ লগত তাৰ দুখৰ সম্পৰ্ক নাই। কমলাবাৰীৰপৰা পশ্চিমে গৈ থাকিলে দেশক সামান্যভাৱে ভাল পোৱা মানুহৰো চকুলো ওলাব। পহুমৰা, ভালুক মৰা, আউনীআটি, কলীয়াৰ্গাঁও, কৰতী-পাৰ, বিৰিণাবাৰী আৰু সাঁকো-পাৰৰ এফালতকৈ বেছি ঠাই ব্ৰহ্মপুত্ৰই খহাইছে। বহুত মানুহ আলিত আছে।



এসময়ৰ চহকী খেতিয়ক ভিখাৰী হৈছে। মানুহ জীয়াই আছে, পোক-পৰুৱা বা গৰু-গাহৰিৰ দৰে। সিহঁতৰ এবুকু-এডিঙি জুপুৰি ঘৰবোৰত 'সভ্য' মানুহৰ কুকুৰ নাইবা কুকুৰা চৰায়ো থকা অসম্ভৱ। বুঢ়া-বুঢ়ী আপডাল নেপাই মৰিছে। ডেকা অকালতে বুঢ়া হৈছে। ডেকেৰীৰ প্ৰাণৰ উচ্ছলতা নাই। কোনোমতে গাভৰু হৈছে; হঠাৎ যৌৱনে মেলানি মাগিছে। অপুষ্ট দেহাৰে লৰা-ছোৱালী ডাঙৰ-দীঘল হৈছে। ৰাস্তা হৈছে, মথাউৰি হৈছে। প্ৰতিবাৰেই বানপানীয়ে ৰাস্তা-মথাউৰি ভাঙিছে—দেশৰ কাৰিকৰী বিদ্যাৰ মানদণ্ড প্ৰমাণ কৰিবলৈ আৰু গড়-কাপ্তানি বিভাগৰ দুৰ্নীতি আৰু শিথিলতা প্ৰমাণ কৰিবলৈ। ইয়াত যি নিৰিখেৰে ভূমিক্ষয় হৈছে, সেই নিৰিখেৰে কিজানি সাগৰৰ উপকূলৰো ভূমিক্ষয় নহয়। অথচ সুকীয়া ব্যৱস্থা নাই। গতানুগতিক ব্যৱস্থাত বছৰে বছৰে টকাৰ শ্ৰাদ্ধ হৈছে। অফিচাৰৰ ভোজ হৈছে। আনকি কেৰাণীয়েও তাৰ ভাগ পাইছে। মাজুলী ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যাবলৈ হয়তো বেছি বছৰ নাই। অসমৰ গৌৰৱ আউনীআটি সত্ৰথন এতিয়ালৈকে তিনিবাৰ খহালে। পানীয়ে সত্ৰবোৰ খেদি ফুৰিছে। শঙ্কৰী কলা-কৃষ্টিৰ প্ৰকৃত অৱশেষ বজাই ৰখা পুৰণি কমলাবাৰী সত্ৰ ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যাওঁ যাওঁ অৱস্থা। অধিকাৰজন এতিয়া গড়মূৰত ভাৰা-ঘৰত আছে। অথচ গণতান্ত্ৰিক চৰকাৰে এই মানুহবোৰক আৰু আপুৰুগীয়া সংস্কৃতি ৰক্ষা কৰিবলৈ সাৰ্থক চেষ্টা কৰা নাই। আনহাতেদি বিলাসী ধনীৰ চকুৰ তৃপ্তিৰ কাৰণে কাজিৰঙাৰ বন্যজন্তুক ৰক্ষা কৰিবলৈ অকণো চেষ্টাৰ ত্ৰুটি কৰা নাই। এই দেশত কেতিয়াবা হয়তো মানুহতকৈ পশু ডাঙৰ; মানুহতকৈ উদ্যোগ ডাঙৰ।

ভগীৰথ ভূঞা ঠিকাদাৰৰ লগত ওলাইছে বিৰিণাবাৰীত মাটিৰ কাম চাবলৈ। প্ৰায় আশী হেজাৰ টকাৰ কাম। ঠিকাদাৰকেইটাৰ খুব ভয় হৈছে। এই কামত বহুত খুঁত। এই কথা মহৰীয়ে জানে, চেক্সনেল অফিচাৰে জানে। এচ. ডি. অ'.ই নিশ্চয় জানে। কাৰণ মহৰী আৰু ঠিকাদাৰৰ চৰ্দাৰবোৰ এচ. ডি. অ.'ৰ এজেণ্টৰ নিচিনা। সিহঁতে ভাবিছে—এচ. ডি. অ'.ই যদি খুঁত ধৰি বিল পাছ নকৰে আৰু বেছি টকাৰ দাবী কৰে? সেইকাৰণেই ভগীৰথক এনেভাৱে তোষামোদ কৰাত লাগিছে যে এই তোষামোদত যেন স্বয়ং ভগৱন্তও ভোল যাব।

ভগীৰথে ঠিকাদাৰ তিনিটাৰ লগত থাকি কামবোৰ চালে। সি খুব সূক্ষ্মভাৱে চোৱা যেন দেখুৱালে। ৰাস্তাটো, মথাউৰিটো বা কাঠৰ দলংখন যেন তাৰ

কাৰণে কাৰিকৰী বিদ্যাৰ গৱেষণাৰ বস্তু হে। ইয়াকে লক্ষ্য কৰিয়েই চতুৰ ঠিকাদাৰ সনৎ দত্তই ভগীৰথৰ মনোভাৱ বুজি পেলালে। ভগীৰথে হয়তো তাৰ আচল উদ্দেশ্য সিদ্ধিৰ কাৰণে কাম ভাল হোৱা নাই বুলি কব। তেতিয়া হে সকলো সুবিধা ওলাব। তাক অকলে লগ পালেই বিল পাছ হৈ যাব।

আলি বা মথাউৰি যিমান ফুট ওখ হব লাগে, সিমানেই ওখ হৈছে। কিন্তু ওপৰৰ মাটিয়ে ঢকা তলৰ ডেৱ ফুটত মাটি নাই। অলাগতিয়াল বন, পানী-মেটেকা, পুনী আৰু নৈত উটি অহা পচা, আধা-পচা কাঠ দি আলি বা মথাউৰি ওখ কৰা হৈছে। আলিৰ ওপৰত ভৰ দি এই কথা জানিব নোৱাৰি যদিও ভগীৰথে ঠিকাদাৰৰ ডুক্কুতি নজনা নহয়। সি তথাপি সুধিলে, "ওপৰত হাতীৰে গচকোৱা হৈছিল নে ?" তাকে শুনি কাচাৰী-ঘৰৰ আগত বক্তৃতা দি নকলী দৰৱ বেচা কেন্‌ভাচাৰটোৰ অযথা ক্ষিপ্ৰতাৰে হাতীৰ খোজৰ নিচিনা সাঁচ কিছুমান দেখুৱাই ঠিকাদাৰ দত্তই কলে, "এয়া চাৰ, এইবোৰ খোজ। কালি গচকাইছিলোঁ। সুৰথ পেগুৰ হাতীটো ভাৰা কৰি আনিছিলোঁ।

বাকী দুটা ঠিকাদাৰে একেমুখে কলে, "হয় চাৰ। আগতে আলি ইয়াতকৈ ওখ আছিল। হাতীৰ খোজত মাটি ছয় ইঞ্চি বহি গল।"

ভগীৰথে আনফালে চাই কলে, "ঠিক আছে। কাইলৈ মানুহ লগাই মাজে মাজে খান্দি চোৱাব লাগিব।"

সনৎ দত্ত এইবাৰ বিপাঙত পৰিল। কলে, "চাৰ, খান্দিলে যে আমাৰ আকৌ কাম বাঢ়িব। এইটো ঠিকাই আমাক বৰ শাস্তি দিছে। লোকচান হব যেন হে পাইছোঁ।"

সি এইবাৰ বেছি গহীন হৈ কলে, "বাৰু, ঠিক আছে। দত্ত, আপুনি বাৰু আবেলি মোৰ তালৈ যাবচোন।"

সনৎ দত্তই সন্তোষ পাই কলে, "ভাল চাৰ।"

ভগীৰথে ভালকৈ জানে যে মথাউৰি আৰু আলিত হাতীৰে গচকোৱা হোৱা নাই। ভীম-কলগছ কাটিলে গুৰিটো হাতীৰ ভৰিখনৰ তলভাগৰ দৰে হয়। এতিয়াৰ হাতীৰ খোজৰ দৰে লগা চিনবোৰ কলগছৰ প্ৰস্থছেদৰ ছাপ হে।

আবেলি অফিচৰপৰা কেৰাণী-মহৰী সকলো যোৱাৰ পিছতো ভগীৰথ নিজৰ কোঠাটোত বহি থাকিল। প্ৰায় এঘণ্টামানৰ মূৰত সনৎ দত্ত ওলালহি।



তাক দেখি ভগীৰথে ঘৰুৱাভাৱে মাত লগালে, "আহক, আহক। আপুনি আহিব বুলিয়েই অফিচতে আছোঁ।"

সনৎ দত্ত বহিল। পেণ্টৰ জেপৰপৰা বিদেশী মদৰ বটল এটা উলিয়াই টেবুলত থৈ কলে, "এইটো চাৰ আনিছিলোঁ। চাৰৰ চাগৈ ইয়াত বৰ অসুবিধা হৈছে। এইবোৰ বস্তু এইফালে পোৱা বাদ কথা—চৈধ্য-টকীয়া 'ৰামো' নেপাই।"

ভগীৰথে প্ৰসন্ন হৈ হাঁহিলে। "এৰা, বিলাতী মদ যোগাৰ কৰা টান। তদুপৰি এইটো বটল 'হোৱাইট লেবেল—টুৱেন্টি ফাইভ ইয়ৰ্চ আণ্ডাৰ উড্'।" 'ব্লেক'ত ইয়াৰ দাম এশ পঁচিশ টকা যদিও সহজে পোৱা নেযায়।

ভগীৰথে বটলটো ড্ৰয়াৰত ভৰাই চাবি মাৰিলে আৰু কলে, "ধন্যবাদ। পিছে সহজে ইয়াৰ সদ্ব্যৱহাৰ কৰিব পৰা নহব।"

"কিয় ?"

"গৃহিণী তেনেই ৰণচণ্ডী হৈ আছে।"

"কিয়, আপুনি জানো পাৰ্মিচন লোৱা নাছিল ?"

"লৈছিলোঁ। এই জাতিটোক সন্তুষ্ট কৰা টান। শ্ৰীকৃষ্ণও বিপাঙত পৰিছিল। এতিয়া তেওঁ কৈছে—'মাত্ৰা বেছি হৈছে।' এয়ে নহয়। এই তিৰোতা জাতিটো কম নহয়। সিহঁতৰ তিনিটা চকু। আৰু ধৰা পেলাইছে যেন পাইছোঁ। আল্‌টিমেটাম দি দিছে।"

"হয় নেকি ? আপুনি কি কৈছে ?"

"আজি একো কোৱা নাই। বেছি তিতা লাগিলে কম—মই মদ খাওঁ; কিন্তু কিয় খাওঁ, এই কথা আনক কম; বেছি জীৱন-দৰ্শন থকা আন কাৰোবাক। কিন্তু তোমাৰ দৰে তৃতীয় শ্ৰেণীৰ তিৰোতাক নহয়।"

দুয়ো হো-হোকৈ হাঁহিলে। সনৎ দত্ত ঠিকাদাৰ—আৰু ভগীৰথক সি চাৰ হে বোলে যদিও সিহঁতৰ মাজত এটা অসুস্থ অথচ নিবিড় সম্পৰ্ক আছে। সনতৰ ওচৰত ভগীৰথে এচ. ডি. অ'.ৰ সম্ভ্ৰম বজাই ৰখাৰ প্ৰয়োজন বোধ নকৰে। কাৰণ দুয়ো লালসা পৰিতৃপ্তিৰ ক্ষেত্ৰত এক। সনতেই ভগীৰথৰ ভোগৰ বাসনা বেছি তীব্ৰ কৰিছে। সনতৰ সহায় নহলে বহুত সন্ধিয়া ইন্‌স্পেকচন বাংলোৰ অকলশৰীয়া কোঠাত চাটিফুটি কৰি থাকিবলগীয়া হয়। সি বিভিন্ন দেহাৰ জুতি লোৱাৰ বা তাৰ পল্লৱগ্ৰাহী মনক শাঁত কৰাৰ প্ৰধান আহিলা হল সনৎ দত্ত। সনৎ দত্ত এই অঞ্চলত প্ৰতিপত্তি থকা মানুহ। আগতে মজলীয়া

স্কুলৰ মাষ্টৰ আছিল। পিছত বেলৰ চাকৰি এটা কৰিলে। তাত পইচা খোৱাত চাকৰি গল। সেই সময়তে দেশত আন্দোলন। সি ভলন্টিয়াৰ হল। তিনি মাহ জেল খাটিলে। তাৰপিছতেই তাৰ জয়জয়-ময়ময় অৱস্থা। এতিয়া সি পঞ্চায়তৰ সভাপতি। নিজ গাঁৱৰ হাইস্কুলখনৰ মেনেজিং কমিটিৰ সভাপতি, চৰকাৰী ডাক্তৰখানাৰ চেক্ৰেটাৰী, জিলাৰ টিনপাত বিতৰণী সভাৰ মেম্বৰ, কো-অপাৰেটিভ্ মাৰ্কেটিং ছ'চাইটিৰ সভ্য। তাৰ দুখন চাৰ্ভিচ-বাচ আছে। আৰু এখনৰ পাৰ্মিট আছে। পাৰ্মিটখন মাৰোৱাৰীক দি দিয়াৰ বাবদ মাহে দুশকৈ টকা এনেয়ে পাই থাকে। তাক খাতিৰ কৰিলে মাজুলীৰ লৰা পাঠশালা স্কুলৰ পণ্ডিত হব পাৰে, সমূহীয়া উন্নয়নত পিয়ন-চকীদাৰ হব পাৰে। সি বৰ প্ৰতাপী। শাসনৰ গাদীত থকা মানুহেও তাক খাতিৰ কৰিবলগীয়া হয়। কৃষি-বিভাগ আৰু উন্নয়ন-বিভাগৰ কৰ্ম্মচাৰীক সি বদলীও কৰোৱাব পাৰে। হয়তো ভগীৰথকো।

সেইকাৰণেই ভগীৰথে তাৰ লগত মুকলি-মূৰীয়া হৈ বন্ধু হবলৈ বিচাৰে।

দুয়োৰে মাজত অফিচ-কক্ষত গোপন মেল হল। থিৰাং হল দুয়োৰে মাজত বিশ হেজাৰ টকাৰ ভাগ হব। বাকী দুটা ঠিকাদাৰ সনতৰ আজ্ঞাবহ। আচলতে ঠিকাৰ মূলধন সনতৰ হে। সিহঁত সহায়ক হে। সিহঁতে অলপ পালেই সন্তুষ্ট হব। ইয়াতকৈও মাৰাত্মক কথা এটাৰ বন্দৱস্ত হৈ গল। ব্ৰহ্মপুত্ৰৰ পাৰৰ দক্ষিণে থকা মহাইডুবি আলিৰ আধা-মাইল নবন্ধালেও হব। তাৰ বাবদ যিখিনি টকা আছে তাৰে এক-চতুৰ্থাংশ পাব সনতে আৰু বাকীখিনি ভগীৰথ আৰু এচ্. ই.ৰ (চুপাৰিন্‌টেণ্ডিং ইঞ্জিনিয়াৰৰ) মাজত ভাগ হব। কাৰণ, কোনেও ইয়াত থৰালি আলি বন্ধোৱা নাই বুলি প্ৰমাণ কৰিব নোৱাৰিব। এই সৌভাগ্য সিহঁতক দিছে বানপানীয়ে হে। বহাগৰ পিছতেই বানপানী আহিব। তেতিয়া এইছোৱা ৰাস্তা বানপানীত উটি গল বুলি একেজন. এচ ডি অ.'ই আকৌ 'টেণ্ডাৰ কল' কৰাব পাৰিব।

ভগীৰথৰ মনত অপাৰ আনন্দ। সনৎ দত্তই আজি মূৰকৰ পৰ কাৰণেই (মাৰ্চৰ দ্বিতীয় সপ্তাহ) বেছি খোলাখুলিকৈ কথা কৈছে। সেইকাৰণেই অনেক হেজাৰ টকা লাভ কৰাৰ নিশ্চিত সম্ভাৱনা ভগীৰথে দেখা পাইছে। কিন্তু এতিয়া সন্ধিয়া ঘৰ সোমোৱাৰ কথা ভাবি তাৰ মন কোঁচ খাই গৈছে। পঞ্চমী যদি গুচি যায়? তেতিয়া সি মহা বিপদত পৰিব লাগিব। সন্মান হানি



হোৱা বাদ কথাই, তাইৰ নামত টকা আছে, মাটি আছে। এগ্ৰাচেডৰ এখন কিনিবৰ কাৰণে এই মাহতে যিটো নাম আগতে ভৰ্ত্তি কৰি থোৱা হৈছে, সেইটো নাম তাৰ নহয়—তাইৰ হে।

সি লাহে-ধীৰে ঘৰ সোমাই তাইক মৰমেৰে মাতিবলৈ চেষ্টা কৰিলে—"পমী!"

তাই সমিধান নিদিলে যদিও পহিলা কোঠাটোলৈ ওলাই আহিল।

সি আকৌ সুধিলে, "চাহ হৈছে নে?"

তাই উত্তৰ দিবলৈ নেপালে। পিয়নটোৱে চাহত চেনি দি চামুচেৰে ঘুঁটি থকা শব্দটো দুয়োৰে কাণত পৰিল।

সি উপযাচি কৈ গল, "তোমাৰ বৰ খং নহয়! মোৰ হে উপায় নাই। বিয়াৰ আগতে পাহাৰত কাম কৰি এইটো বেয়া অভ্যাস পালোঁ। বাৰু, এই মাৰ্চ মাহটো যাওক। এৰিবলৈ চেষ্টা কৰিম। এই ব্যস্ত দিনকেইটা এইবোৰ বস্তু এৰিবলৈ চেষ্টা কৰিলে হয়তো বৰ অশান্তি হব।"

তাই আঁতৰি গল। কাৰণ, এতিয়া তাৰ লগত মিতিৰালি কৰাৰ কোনো অৰ্থ নাই। ইতিমধ্যে তাইক লৈ যাবলৈ তাই খুৰায়েকলৈ চিঠি দিলেই। তাই শোৱনি-ঘৰৰপৰা তাৰ মাত শুনিলে। সি নিজক নিজে কোৱাৰ দৰে কৈছে—"এইবোৰ এৰি সদায় সন্ধিয়াতে ঘৰ সোমালেইতো হল! এই সৰু কথাটোতে বাৰু ইমান খং উঠিব লাগে নে? মই তোমাৰ আন কি কথা শুনা নাই? লণ্ডাশ্ৰমী হৈ থাকিম বুলি ভবাহেঁতেন মই নিজে চাই-চিতি তোমাক..."

পঞ্চমীয়ে শুনিলে। তাইলৈ তাৰ দয়া হল নে নাই এই বিষয়ে নিজক ভালকৈ বিশ্লেষণ কৰিব নোৱাৰিলে যদিও অজান ব্যথাত তাই হুক্‌হুক্‌কৈ কান্দি পেলালে।

## ॥ ঊনৈশ ॥

পাঁচ দিন গল। খুৰায়েক ভৰত শইকীয়া তাইক নিবলৈ নাহিল। ছদিনৰ মূৰত তাই এখন চিঠি পালে। চিঠিখন সুভদ্ৰাই হে লিখিছে ঃ—'তোৰ চিঠিখন পাই খুৰায়েৰে বৰ বেজাৰ পালে। কথাটো কেৱল মোক হে জানিবলৈ দিলে। বেছি বেজাৰ পাব বুলি মা'ৰাক এইবিষয়ে জনোৱা হোৱা নাই। আমি হলে তোৰ চিঠিখন পাই তোক হে দোষ দিছোঁ। তই বাৰু অকস্মাতে ইমান ডাঙৰ সিদ্ধান্ত কৰিব লাগে নে? মতাটো নহলে তিৰোতাৰ কি থাকে? মতা-তিৰোতাৰ দন্দ লাগেই। এইবোৰৰ বিশেষ মূল্য নাই। অথচ এনেকুৱা দন্দবোৰ লাগিলে দুয়োৰে মিলা-প্ৰীতি গাঢ় হে হয়। বিয়া কৰাৰ পিছত এনেবোৰ দন্দ বহুত ক্ষেত্ৰত আৰামৰ হে। তই তাকে বুজি নেপালি। তই দেখিছোঁ বেছি গোঁৱাৰ হৈ পৰিছ। অলপ সহিবলৈ শিকিব লাগে। তেহে থাপ খুৱাই চলিব পাৰি। সকলো তিৰোতাই পোনতে এনেকৈ অসন্তোষ পায়েই। কিন্তু পিছত ঠিক হৈ যায়। সহিব পৰা গুণটো দুয়ো পক্ষৰে থাকিব লাগে। মতা-তিৰোতা দুয়ো দুয়োৰে দোষ এৰা-ধৰাকৈ নচলিলে সংসাৰ নচলে। মই পূৰ্ব্বতেই কৈছিলোঁ। আমি দেখাত ভগীৰথ তই কোৱাৰ দৰে...'

পঞ্চমীয়ে চিঠিখন পঢ়ি নিজক দোষ দিবলৈ টান পালে। এইখন সমাজত কিয় পুৰুষৰ এই শ্ৰেষ্ঠত্ব? উপাৰ্জ্জনক্ষম হলেই তাৰ সাত খুন মাফ্। তাইক কোনেও বুজি নেপালে। কোনেও নুবুজে। এৰা, তাইৰ মনৰ গোপন গহনলৈ যাবলৈ কাৰো সাধ্য নাই। কোনো সৱৰজান নহয়। মানুহে উপৰুৱা দৃষ্টিৰেই আনৰ সুখ দেখে, উপৰুৱা দৃষ্টিৰেই আনক বিচাৰ কৰে। কাৰণ এতিয়াৰ মানুহৰ লোকৰ প্ৰতি কৌতূহল হেৰাই গৈছে। সেইকাৰণেই তাইৰ সুভদ্ৰালৈ খং উঠা নাই। কিন্তু সুভদ্ৰাই ইমানবোৰ উপদেশ দিলে কিয়? তাই হয়তো নিজৰ



বিবাহিত জীৱনত অন্যান্য অনৈক্য সহিছিল। কিন্তু আপোন স্বামীৰ প্ৰতাৰণা আৰু নৈতিক অধঃপতন সহিব পাৰিলেহেঁতেন জানো?

পঞ্চমী বেছি হতাশ হল। তাইৰ ক'তো আশ্ৰয় নাই। কোনেও তাইক বুজাৰ গভীৰতা লাভ কৰা নাই। তেনেহলে উপায়? ভগীৰথক তাই ভাল কৰিব? কিন্তু সি যে তাইৰ ব্যক্তিত্বও অস্বীকাৰ কৰিছে। তাৰ মানত তাই এটা শৰীৰ, এতিয়া এটা বাহী শৰীৰ।...

সিদিনা ভগীৰথে তাইৰ বোষ কমাবলৈ যেইটা মান প্ৰতিশ্ৰুতি দিছিল। কিন্তু এইবোৰ প্ৰতিশ্ৰুতি অনুতাপেৰে পৰিশোধিত নহয়। মাথোন তাইক ভুৱা দি থকাৰ কৌশল হে। তাৰ জীৱনৰ প্ৰতি মুহূৰ্ত্ততে অভিনয়। তাই ভালকৈ উপলব্ধি কৰিছে যে পাৰস্পৰিক শ্ৰদ্ধা নেথাকিলে বিবাহিত জীৱন কেতিয়াও সুখৰ হব নোৱাৰে।

মাতালৰ পৰিতাপ, অসংযমীৰ আঁচনি, অসৎ মন্ত্ৰীৰ আশ্বাস, নৰ্ত্তকীৰ প্ৰেমাভিনয়—এইবোৰৰ স্থায়ী মূল্য নাই।

ভগীৰথ তিনি-চাৰি দিন ঘৰত নাই। পিয়ন, মহৰী আৰু কেৰাণীৰপৰা তাই জানিব পাৰিছে যে অলপতে যোৰহাটত সদৌ অসম সৰ্ব্বোদয় মেলা হব। তালৈকে গড়-কাপ্তানি বিভাগৰ মন্ত্ৰীজন অহাৰ কথা। মন্ত্ৰীজন মাজুলীলৈকো আহিব পাৰে। কাৰণ মাজুলীৰ গৰাখহনীয়া সম্পৰ্কে বাতৰি কাকতত নানা ধৰণৰ কথা ওলাই আছে। মন্ত্ৰী আহিব যেতিয়া লগতে গড়-কাপ্তানি বিভাগৰ ডাঙৰ বিষয়া কেইটামান আহিব। মন্ত্ৰীয়ে নিশ্চয় কামত খুঁত ধৰিব নোৱাৰিব। কিন্তু লগত আহিবৰ সম্ভাৱনা থকা বিষয়াকেইটাই খুঁত ধৰিব যাতে নোৱাৰে, সেই বিষয়ে হে সাৱধান হোৱা উচিত। সেইকাৰণেই, এইকেইদিন ভগীৰথে খুব খাটিছে।

কিন্তু খাটিলে কি হব? পৰিশ্ৰমে তাৰ কদৰ্য্যতা সাময়িকভাৱে হলেও নষ্ট কৰিব পৰা নাই। সি আছে, কেবাটাও ৰাস্তা নিৰ্মাণ হোৱা ঠাইৰ সোঁমাজত থকা এটা আহল-বহল ইন্‌স্পেক্‌চন বাংলোত। ৰাতিবোৰ কটাই দিছে ভোগবিলাসী নৱাবৰ দৰেই। ভোগৰ সামগ্ৰীৰ যোগান ধৰিছে ঠিকাদাৰে আৰু তাৰপৰা ধাৰ লৈ ঘাট-বিল ডকা সৰু সৰু বেপাৰীয়ে। আও, মাজুলীও এনেকুৱা হল নে? বহুতেই হয়তো বিশ্বাস নকৰিব। মাজুলী বুলিলে মনলৈ আহে—কিছুমান সেউজীয়া গাঁও, বৰষুণত তিতা বেলিফুলৰ দৰে লাজুকী গাভৰু

আৰু ভোগৰ উভৈনদী। কিন্তু সময়ে মাজুলীক নিঠৰুৱা কৰিছে। গৰাখহনীয়া হোৱা ঠাইবোৰৰ মানুহে এসাজ খাই ইসাজৰ কথা ভাবিছে। বুভুক্ষু, লাঞ্ছিত আৰু পৰাভূত মানুহে পাহৰি গৈছে দীনদয়াশীল প্ৰভুৰ অস্তিত্ব, সমাজ, পাপ, পুণ্য আৰু মমতা। মানুহৰ মনৰ ক্ৰমবিকাশ হয় ভৱিষ্যতৰ সপোন থাকিলে হে। ইয়াত ভোকে আৰু অভাৱৰ তাড়নাই মানুহক কেৱল জৈৱ পদাৰ্থ কৰি হে ৰাখিছে। গতিকে ডেকা হৈছে পৰমুখাপেক্ষী। সি সম্ভ্ৰম-চেতনা হেৰুৱাইছে। গাভৰু হৈছে পণ্য—সাইলাখপ্সামন্ত যুগৰ দৰে। ইয়াৰ প্ৰমাণ আছে। এবছৰৰ আগতে এজন অধ্যাপক আহিছিল মাজুলীলৈ। সত্ৰীয়া সংস্কৃতিৰ গৱেষণাৰ কামত। তেখেত আছিল এইটো ইন্‌স্পেক্‌চন বাংলোতে। মাজনিশা তেখেতে পাছফালে ওলাই শুনিলে, বাথৰুমত এটা সৰু কাহৰ শব্দ। কিন্তু কাহটো কোমল, ভীতু আৰু গোপন। তেখেতৰ কৌতূহল হল। হাতত সাৰে ভৰিত সাৰে বাথৰুম পালেগৈ। দুৱাৰত শলখা নাছিল কাৰণে তেওঁ বাথৰুমত সোমাল আৰু আন্ধাৰত অনুমান কৰিলে যে তাত নিশ্চয় কোনোবা আছে। সৰু কোঠাটোত সৰু সৰু উশাহবোৰ স্পষ্টকৈ কাণত পৰিল। তেখেতে নিজৰ বিচনালৈ আহি টৰ্চটো আনিলেগৈ। টৰ্চৰ পোহৰত দেখিলে—এজনী ছোৱালী থিয় হৈ আছে; খৰালি পাত নোহোৱা গছ এজোপাই হে যেন আকাশক ধিয়াই বৈ আছে! তেখেতে সুধিলে, "তুমি ইয়াত? কিয় আছা?" পুহমহীয়া জাৰ। ছোৱালীজনীৰ গাত কেৱল কপাহী চাদৰ এখন হে। তাই জাৰত কঁপিছে। অথচ তাইৰ গাল দুখনৰ মাজ-অংশ গোলা সেন্দূৰেৰে গুলপীয়া। বাকীঅংশত কামুক দাঁতৰ জঘন্য দাগ। কিন্তু তাইৰ চকুহাল করুণ যদিও সঙ্গমশ্ৰান্ত বনহৰিণীৰ দৰে হে। তেখেতৰ আৰু বুজিবলৈ বাকী নেথাকিল। তেখেতে জীৱনত এনে অৱস্থাত পৰা নাছিল আৰু পাতাল-জীৱনৰ লগত তেখেতৰ পৰিচয় নাছিল যদিও তেখেতৰ বিশ্লেষণী মনে ছোৱালীজনীক ঘৃণা কৰিব নোৱাৰিলে। পুতৌ উপজিল। তেখেতে কোমলকৈ সুধিলে, "কোনোবাই আনিছিল?" সুধিয়েই তেখেতে টৰ্চটো নুমাই দিছিল। তাই যি উত্তৰ দিছিল তাৰ সৰহভাগ কথাই বুজা নাছিল যদিও তেখেতে তাই ইয়াত থাপ লৈ থকাৰ কাৰণটো ধৰিব পাৰিছিল। তেখেতৰ কাষৰ কোঠাত সনৎ দত্ত নামৰ মানুহ এজন থকাৰ কথা। তাৰ কথামতেই তাইৰ গাঁৱৰ দালাল ধৰণৰ মানুহ এটাই তাইক ইয়াত এৰি থৈ গল। কিন্তু সনৎ দত্ত নাহিল।



জেংৰাইমুখ বোলা ঠাইত কাম থকাত তাতে ৰল। সেয়ে হে তাই বিপদত পৰিছে। টকা নেপালেও নচলে, জাৰত কাপোৰ নোহোৱা কাৰণেও থৰ্ থৰ্ কঁপিছে। অধ্যাপকে বৰ দুখ পালে। তাই ইমান কষ্ট সহি কেনেকৈ জীয়াই আছে? তেখেতে কলে, "তুমি মোৰ তাতে শুই থাকা। মই পঢ়া-শুনা কৰিম।" ছোৱালীজনীয়ে অদ্ভুত কৃতজ্ঞতাৰে তেখেতৰ ফালে চালে। তাই তেখেতৰ বিচনাত শুই পৰিল। তাই যেন খুব নিৰ্ভয়। তেওঁ ভাবিলে—তাই হয়তো ভাবিছে যে বহুত মানুহ এতিয়াও আছে যাৰ সহজাত লালসাক নাৰীৰ অসহায় মূৰ্ত্তিয়ে জঁই পেলায়। তেখেতৰ বৰ কৌতূহল হল। ইহঁত এনেকুৱা কিয় হল? তেখেতৰ কথা পাতিবৰ ইচ্ছা হল। সুধিলে, "নাম?" তাই কলে, "দামিনী।"

"ঘৰ?"

"ইকৰাআটিত।"

"আৰু উপায় নাছিল?"

"আমাৰ গাঁৱৰ বহুত মানুহ তিতাবৰ আৰু লক্ষীমপুৰলৈ উঠি গল। আমাৰ গাঁও আৰু পথাৰ নৈয়ে খহালে। এতিয়া দহঘৰমান হে মানুহ আছে।"

"তোমালোক নগলা?"

"কেৱল বৌটি আছে আৰু সৰু ভাইটো। আমি যোৱাৰ উপায় নাই।"

"বাৰু, দামিনী, তুমি এনেকৈ নিজৰ জীৱনটো…মানে…এই যে…"

"হুজুৰ, আমাৰ ইকাল-সিকাল নাই। পিছলৈ কি হব আমি কেনেকৈ ভাবিম?"…

অধ্যাপকে ভাবিলে, এৰা, যাৰ ভৱিষ্যৎ নাই, সি বা তাই নিত্য বৰ্ত্তমানত নীতি নিবিচাৰে। সিহঁতে মানুহে পতা নীতি-নিয়ম, পাপ-পুণ্য, ধৰ্ম্ম-অধৰ্ম্ম অস্বীকাৰ কৰি সভ্য সমাজক লাজ দিয়ে। অথচ ভৱিষ্যৎ নাই কাৰণে বৰ্ত্তমানৰ প্ৰতিটো পলক জীয়াই থকাৰ অহঙ্কাৰ অনুভৱ কৰে। হয়তো পলায়নবাদী হৈ সাময়িক পৰিতৃপ্তিত নিজক এৰি দিব পাৰে। কিজানি অসংযম, গোপন অনিয়ম আৰু আত্মক্ষয়ী যৌনকেলি আশাহত জীৱনৰ সুন্দৰ বিকল্প।

ভগীৰথ ভূঞা এই দুদিন এইটো ইন্‌স্পেক্‌চন বাংলোতে আছে। আজি পুৱাৰেপৰা আবেলিলৈকে লাজতে মনে মনে সোমাই আছে। কালি বনগাঁৱৰ-পৰা উৎপাত বেগেৰে জীপ চলাই আহোঁতে চামগুৰিতে লৰা এটা চেপিলে।

তাৰ ভৰি এখন ভাগিল। লৰাটোৰ দোষ নাছিল। সি আলিৰ দাঁতিয়েদিয়েই আহি আছিল। তৎক্ষণাৎ হুৰা-দুৰা লাগি পৰিল। গাড়ী চলাইছিল ভগীৰথে নিজে! লৰাটো বিধৱা মাকৰ একমাত্ৰ সন্তান। মাকে জখম হোৱা লৰাটো সাবটি ইনাই-বিনাই কান্দিবলৈ ধৰিলে। ভগীৰথ নিৰ্ব্বিকাৰ। সি মাকৰ হাতত এশ-টকীয়া নোট চাৰিখন দি কলে, "কি কৰিবা আৰু? দুৰ্ঘটনা হয়েই। এয়া দিলোঁ। যোৱাগৈ।"

টকাখিনি দিয়াত মাক তেনেই জ্বলি-পকি উঠিল। বিননি থমাই ধীৰে-সুস্থিৰে কলে, "মোক টকা কেলেই, বোপাই? লৰাটোৰে যদি এই অৱস্থা! সি নহলে মোক টকা কেলেই? আজি মই যি সন্তাপ পালোঁ, এদিন তুমিও সেই সন্তাপ পাবা। টকাৰে সকলো নহয়। ধনৰ গৰম কেইদিন দেখুৱাবা···।" ত্বাই নোট চাৰিখন দলিয়াই পঠিয়ালে।

হৈ-চৈ শুনি আৰু মানুহ আহিল। তাক ভেটি ধৰিলে। চৰ-ভুকু শোধালে। মূৰতো টাঙোন এটা পৰিল। সি কোনোমতে প্ৰাণ লৈ পলাল। তাকো জীপখনত উঠি চেপাৰ ভয় দেখুৱাই চলাই দিবলৈ সাহস হল কাৰণে হে।

তাৰ বৰ ডাঙৰ অপমান হল। গোটেই ঘটনাটোৱে তাৰ মনত গভীৰ ছাপ বহুৱালে। দুখুনী বিধৱাই পুতেকৰ অবিহনে ধনক তুচ্ছ-জ্ঞান কৰিলে। একমাত্ৰ পুতেকৰ বেজাৰত তাইৰ বিননি শুনি সি তবধ মানিলে। জীৱনত প্ৰথমবাৰলৈ নিজক পাপী বুলি ভাবিবলৈ বাধ্য হল। লৰাটো জানো বাচিব? তাকোতো সি তুলি আনি ডাক্তৰখানাত থব পাৰিলেহেঁতেন। কিন্তু তাৰ এতিয়া হে সেই ভাব মনলৈ আহিছে। সি সঁচাকৈয়ে নিদাৰুণ! চামগুৰিৰ মানুহ কম নহয়। লৰাটোক হয়তো সিহঁতে যোৰহাটলৈ নিয়ালে আৰু লগে লগে চাগে তাৰ বিৰুদ্ধে গোচৰ এটাও দিলে। দিয়ক গোচৰ। তথাপি লৰাটো বাচক। কিন্তু গোচৰটোও যে উৰাই দিয়া বিধৰ নহব। গঞাই আচল কথা কৈয়ে সাক্ষী দিব যে জীপখন 'ৰং চাইডে' আহিছিল।···

তাৰ তেনেহলে বেয়া দিন আহিছে। সাধ্বী বিধৱাৰ শাওপাত পৰিছে। লৰাটো বাচিলেও জীৱনলৈ ঘুণীয়া হব। তেতিয়া সিও আজীৱন তাক অভিশাপ দিব। লৰাটোৰ জখমৰ কথা নেভাবি মাকক চাৰিশ টকা গুজি দিয়াটোৰ সমান পাশৱিক নিষ্ঠুৰতা একো হব নোৱাৰে। সি বহুত মানৱীয় গুণ হেৰুৱাইছে।



কিন্তু এনে হবলৈ পালে কিয়? মাথোন এটা কাৰণ। মদ। গোটেই দিনটো সি মদত ডুবি আছিল। সেই সময়ত তাৰ বাহ্যজ্ঞান আছিল যদিও বিবেকে অকণো কাম দিয়া নাছিল। সেয়ে হে ইন্‌স্পেক্‌চন বাংলো পাই বহুত পৰ বিচনাত পৰি থাকি ৰাতি ন'মান বজাত ড্ৰাইভাৰটোক মাতি কলে, "বকুল, সকলো শুনিছ নহয়!" সি 'হয় চাৰ' বুলি সঁহাৰি দিয়াৰ পিছত ভগীৰথে কলে, "জীপৰ চিটৰ তলত এটা বটল আছে। পেলাই দেগৈ, নাইবা তয়ে ৰাখি থ। মই আজিৰপৰা এৰি দিম। প্ৰতিজ্ঞা কৰিছোঁ।"

চাহাবৰ কথা শুনি বকুল ড্ৰাইভাৰ আচৰিত নহল। তাৰ হাঁহি উঠিছিল। চেষ্টা কৰি হে নহঁহাকৈ থাকিল। চাহাবে তাৰ আগত মাজে মাজে এনে প্ৰতিজ্ঞা শুনাই থাকে। মাতালৰ প্ৰতিজ্ঞা আৰু শাওণৰ ডাৱৰ একে বস্তু।

পিছে সি কালি ৰাতিটো আৰু আজিৰ দিনটো মদ নেখালে। জুলাপ লোৱা মানুহৰ দৰে দিনটো বিচনাতে হামিয়াই-হিকটীয়াই কটাই দিলে। কিন্তু গধূলি হোৱাৰ লগে লগে সি বেছি অস্থিৰ হৈ পৰিল। গাটো ছিগি যাই ভাগি যাই লাগিছে। গাত যেন বিচনাৰপৰা উঠিবলৈকে শকতি নাই। ছালখন যেন ওলমি পৰিছে। ইন্‌স্পেক্‌চন বাংলোটো সন্ধিয়াৰ মৰিশালি যেন হে লাগিছে। লগে লগে তাৰ সংযমৰ বান্ধ স্থলকি গৈছে। সকলো পাহৰি পেলাইছে—ঘৈণীৰ কোপ, বিধৱাৰ বিননি, চাকৰিৰ নিৰাপত্তা আৰু প্ৰতিজ্ঞা। এৰা, প্ৰতিজ্ঞাৰ মূল্য নাই। জীয়াই থকাকেইদিন ইচ্ছামতে চলাই ভাল। প্ৰতিজ্ঞা হল অস্বচ্ছল মধ্যবিত্তৰ বিফল সাধনা। মাথোন একো নেপাই আদৰ্শেৰে জীৱনক দুখ দি আত্মসন্তুষ্টি লাভ কৰাৰ এটা উপায়।

সি বকুল ড্ৰাইভাৰক মাতিলে। প্ৰতিজ্ঞা ভঙাটো লাজৰ কথা নহয় যদিও ড্ৰাইভাৰক তাৰ সঙ্কল্প সোলোক-ঢোলোক হোৱাৰ সম্বাদ দিবলৈ লাজ পালে। কাৰণ, ড্ৰাইভাৰক হে মাথোন সি তাৰ প্ৰতিজ্ঞাৰ আগ-জাননী দিছিল আৰু ড্ৰাইভাৰে হে এতিয়া তাৰ অসংযমৰ তৃষ্ণা পূৰণ কৰিব পাৰিব। সেয়ে হে সি গভীৰভাৱে চিন্তা কৰি বকুলক এইকেইটা কথা কলে, "বুইছ, বকুল, সংসাৰত বহুত দেখিলোঁ। তইতো সিদিনাৰ লৰা। দেখি শুনি এটা কথা ভাবি পালোঁ—মদেই হওক, মাইকীয়েই হওক বা জুৱায়ে হওক—একোৱেই যোগ্য মানুহক অনিষ্ট কৰিব নোৱাৰে। কেৱল নিজৰ ওপৰত সকলো নিৰ্ভৰ কৰে। মহাদেৱে বিহ খায়ো বিহ হজম কৰিছিল। সেইবুলি মানুহে মদ খোৱা আৰু মাইকী

বুলিলে বলিয়া হোৱা মানুহক কিয় বেয়া বোলে? মই ভাবোঁ, বেয়া বোলাই উচিত। মানুহ পশুৰ দৰে প্ৰাণী, কিন্তু মানুহ পশু নহয়। মানুহৰ মৰ্য্যাদা আছে। সেইকাৰণেই মানুহ শ্ৰেষ্ঠ। মদে বা তিৰোতাই তৃপ্তি দিয়ে, কিন্তু লালসাই তাক দাস কৰে। নিজক শাসন কৰিব নোৱাৰাৰ কাৰণে সি কেতিয়াও স্বাধীন হব নোৱাৰে। এইবোৰ দুৰ্ব্বলতাই তাৰ মৰ্য্যাদা হানি কৰে। মই এটা তেনে…।"

বকুলে নিশ্চয় বুজা নাই বুলি ভগীৰথে বুজি পাইছে। কিন্তু নিজক সান্ত্বনা দিবলৈকে বকুলক সাক্ষী ৰাখি নিজৰ কথা নিজক শুনাইছে। কাৰণ, প্ৰতিটো মুহূৰ্ত্তই তাৰ অসহ লাগিছে। বদ্ অভ্যাসে তাক থকা-সৰকা কৰিছে। তাক এই আসক্তিৰপৰা মুক্তি দিব পাৰে কেৱল অধিক আসক্তিয়ে হে—কবিৰাজৰ দোকানত থৈ অহা বিলাতী মদৰ বটলটোৱে, বকুলে পৰহিয়েই আনি দিম বুলি কোৱা নতুন ছোৱালীজনীয়ে। নাম তাইৰ সকুতৰা। নতুনকৈ নামিছে। নতুন আস্বাদৰ লোভে তাক উতলা কৰিছে।

ভগীৰথৰ বক্তৃতাৰ জাউৰি শেষ হোৱাৰ পিছত বকুলে কলে, "তেনেহলে চাৰ, মোক কিয় মাতিছিল?"

সি কলে, "কথা আছে। কবিৰাজৰ তাৰপৰা বস্তুটো লৈ আহ। আৰু সেই ব্যৱস্থাটো কি হল? মানে, সেই যে নতুন বুলি কৈছিলি?"

"পাৰিম আনিব। পিছে গাড়ীখন লাগিব।"

"লৈ যা। মনত ৰাখিবি আকৌ, কাইলৈ পুৱাই ঘৰলৈ যাব লাগিব। অফিচৰ কাম হোৱাই নাই।"

## ॥ স্তুৰ্ব্বি ॥

পুৱাই নিজৰ কোৱাৰ্টাৰ পাই ভগীৰথে বাৰাণ্ডাৰপৰাই সি অহাৰ জাননী দিলে। কিন্তু পমী বুলি মাতিবলৈ সাহস নহল। কাৰ্য্যৰ লগত প্ৰকৃতিৰ সম্পৰ্ক আছে। কৰ্ম্মই ব্যক্তিত্ব দিয়ে। কিন্তু অসৎ কামে তাৰ চিন থৈ যায় ব্যক্তিত্বত, নিজস্ব প্ৰকৃতিত। আজিয়ে হে সি ইয়াৰ মৰ্ম্ম উপলব্ধি কৰিছে। সি অনুতপ্ত হৈছে। পঞ্চমীৰ অস্তিত্বই তাক আৰু হীন কৰিছে। সি তাইক ক্ষমা খুজিব। কিন্তু তাই হয়তো ইমান ভবা নাই।



ভিতৰত বহাৰ পিছত পঞ্চমীয়ে কেৱল হাত-মুখ ধুবলৈ কলে। এই তিনি দিন ক'ত আছিল, তাৰ কৈফিয়ৎ নললে। সেইকাৰণে হে ভগীৰথৰ দুখ লাগিল। তাই যদি তাক ভাল পালেহেঁতেন আৰু স্বামী বুলি স্বীকাৰ কৰিলেহেঁতেন, তেতিয়া তাই ইয়াৰ কৈফিয়ৎ ললেহেঁতেন। সি জীৱনত পহিলাবাৰ উপলব্ধি কৰিলে যে এনেবোৰ কৈফিয়তত মৰমৰ উম আছে, আপোনত্বৰ দাবী আছে।

সি আগেয়েই মাতিলে, "পমী, মই নথকাৰ কাৰণে তোমাৰ চিন্তা হৈছিল?"

তাই চুটি উত্তৰ দিলে, "আগেয়েওতো এনেকৈ আঁতৰত আছিলা। আনকি বিয়াৰ এমাহৰ পিছতো।"

সহজ বিক্ষোভ। কিন্তু কথাৰ সুৰ আৰু চেহেৰাই সেই বিক্ষোভ লুকুৱাই ৰাখিছে।

"খন্তেক বহিবা নে?"

তাই বহিল।

"মোক বাৰু তুমি কি বুলি ভাবা?"

তাই ব' লাগি তাৰ মুখলৈ চালে।

"পৰহি জীপৰ দুৰ্ঘটনা হৈছিল বুলি তুমি জানা?"

"শুনিছিলোঁ।"

"আৰু একো ভবা নাছিলা?"

"ভাবিছিলোঁ।"

"চিন্তা হৈছিল?"

"কিয় নহব!"

"মোলৈ দয়া হয়!"

"মতা মানুহক দয়া কৰিব পৰা শক্তি মোৰ নাই!"

ভগীৰথে হাত-মুখ ধুই চাহ খাবলৈ বহিল। এইবাৰ তাৰ মনটো অলপ পাতল লাগিল। কাৰণ পঞ্চমীয়ে ওচৰতে চকী এখনত বহি ৰল।

"পমী, তোমাক এটা কথা সোধোঁ। চিৰিয়াচ্। সঁচা উত্তৰ দিব লাগিব।"

"কিঁজানি নোৱাৰিম। মোৰনো বিদ্যা-বুদ্ধি কিমান!"

"মই কালি বহুত কথা ভাবিলোঁ। এটা অদ্ভুত চিন্তা মনলৈ আহিছে। কিজানি মই মৰিম। মই যেন অকলশৰীয়া। মোৰ কোনো নাই। এনেকৈ

জীয়াই থকাৰ লাভ নাই। মই নোৱাৰোঁ, কাকো আপোন কৰিব নোৱাৰোঁ।"

"কিয় এনেকৈ কোৱা ?"

"কবই লাগিব। বাৰু, পমী, মানুহ কিয় এনেকুৱা হয় ?"

"কেনেকুৱা।"

"কেৱল ভোগৰ চিন্তা…। সকলো দুৰ্ব্বলতা…। মদ, অসংযম, আৰু বহুত। প্ৰতিটো ক্ষণ আচল জীৱনৰপৰা পলাই ফুৰা। অজানিতে নিজক শেষ কৰিবলৈ বিচৰা। এনে মানুহ বহুত আছে। চেক্ৰেটাৰী, ডাইৰেক্টৰ, এনেকুৱা বৰমূৰীয়া বহুত চাকৰিয়াল; বাগিচাৰ মালিক, দেশৰ নেতা। বহুত মানুহ এনেকুৱা। চোৰাংবেপাৰীবোৰো এনেকুৱা। এতিয়া এনেকুৱা নোহোৱাটো হে বিৰল হৈ পৰিছে। কিন্তু কিয় ?"

"মই কেনেকৈ জানিম ? মইনো কিমান মানুহ লগ পাইছোঁ !"

"এৰা, তুমি জানা যদিও কবলৈ বিশেষ কথা বিচাৰি পোৱা নাই। মই কি ভাবোঁ জানা ? যাৰ জীৱনত কোনো লক্ষ্য নাই, সিয়েই এনেকুৱা হয়। ডাইৰেক্টৰ, চেক্ৰেটাৰী, বিষয়া, মন্ত্ৰী, ঠিকাদাৰ, বাগিচাৰ মালিক—কাৰো জীৱনৰ লক্ষ্য নাই, উদ্দেশ্য নাই। কোনেও জীয়াই থকাৰ অৰ্থ বিচাৰি পোৱা নাই। সেইকাৰণেই নিজে নিজক অকলশৰীয়া কৰিছে, আতুৰ কৰিছে।"

এই কথা শুনাৰ লগে লগে পঞ্চমীৰ অজান পুলকত হিয়া প্লাৱিত হল। ভগীৰথে এনেকৈ কথাবোৰ ভাবিছে—কোনো সুস্থ জীৱন-বোধেৰে নহয়—ভাল মানুহৰ প্ৰতি থকা প্ৰকৃত শ্ৰদ্ধাৰ উপলব্ধিৰে। এয়া হয়তো তাৰ সাময়িক বিলাস। হয়তো অসংযমৰ সুৰুঙাইদি দেখা মহাজীৱনৰ আলেখ্য।

তথাপি তাই সন্তোষ পালে। সি কিজানি ভাল হব। খুব ভাল হব। তেতিয়া তাই সকলো পাহৰি যাব।…

কিন্তু মনটোক হে তাই গৰিহণা দিছে। এইটো মনে তাইৰ নিৰ্দ্দেশ নেমানি কিয় অকস্মাতে মুকুলীৰ কথা ভাবিছে ?—তাৰ জীৱনত লক্ষ্য আছে, উদ্দেশ্য আছে। এই লক্ষ্যই, এই আদৰ্শই তাক জনতাৰ মাজলৈ টানি নিছে। সি কেতিয়াও অকলশৰীয়া নহয়; আনকি জেলৰ ভিতৰতো। সি লিখা চিঠিখনৰ কেইটামান কথা অকস্মাতে মনলৈ আহিছে—'তোমাক বিচাৰিছিলোঁ নতুন ধৰণেৰে। প্ৰেয়সী হিচাপে নহয়, পত্নী হিচাপেও নহয়। প্ৰিয়া হিচাপে।



একে উদ্দেশ্যেৰে একে ধৰ্ম্মত প্ৰবৃত্ত হৈ জীৱনটোত গতি দিবলৈ। ধৰ্ম্ম মানে নামঘৰৰ ভিতৰত কোৱা-মেলা কৰা…'

আবেলি শেষ হবৰ হলহি। পঞ্চমীয়ে খিড়িকীৰে চাই দেখিলে ভগীৰথে এতিয়াও অফিচত মন-পুতি কাম কৰি আছে। দুপৰীয়া ভাত খাবলৈ আহোঁতে সি কলে যে কাইলৈ মন্ত্ৰী মাজুলীলৈ নাহে। ৰাজধানীত হেনো মন্ত্ৰী ভঙা-পতাৰ জল্পনা-কল্পনা চলিছে। সেয়ে হে মন্ত্ৰীজনাই সৰ্ব্বোদয় সন্মিলনত বক্তৃতা দিয়েই ততাতৈয়াকৈ চিলঙলৈ ৰাওনা হল। তথাপি সি কাম কৰিছে। কাৰণ মাৰ্চ্চৰ ভিতৰতে টকাবোৰ খৰচ কৰিব নোৱাৰিলে টকা আকৌ চৰকাৰৰ ঘৰ পাবগৈ।

সি সাধাৰণতে অফিচৰ কথা তাইক নকয়। আজি কোৱাৰ কাৰণে তাই সন্তোষ পাইছে।

আলিৰ ফালে চাই তাই নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰিলে। খুৰায়েক আহিছে। কিয় ? তাইৰ চিঠিখন পঢ়ি সঁচাকৈয়ে তেওঁ তাইক নিবলৈ আহিছে ?

তাই উত্ৰাৱল হৈ ওলাই আহিল। শইকীয়া গহীন। সেইকাৰণেই তাই বেছি আনন্দ পোৱা যেন দেখুৱালে।

তেখেত বহি লৈ পোনতে অৰ্থসূচকভাৱে সুধিলে, "কেনে, ভাল নহয় ?"

তাই চঞ্চল মনেৰে প্ৰশ্নটোত খুব কম গুৰুত্ব দিয়াৰ দৰে কলে, "বেছ আছোঁ, বেছ আছোঁ। বৌটিলৈ লিখিছোঁ নহয়।"

"এৰা, মই আগেয়েই জানিছিলোঁ। এইবোৰ হল কুমলীয়া বয়সৰ আঁকোৰ-গোজালি স্বভাৱ। সৰু-সুৰা কথাত এনেকৈ লাগিব নেপায়।"

তাই লাজকুৰীয়া ভাব দেখুৱাই মনে মনে থাকিল। খুৰাকক বহুত দিনৰ মূৰত দেখি তাই যেন হাততে সৰগ ঢুকি পালে। আলহ-উদহৰ সীমা নাই।

ভগীৰথ আহি পালেহি। সি শইকীয়াক দেখি আচৰিত হল। পঞ্চমীয়ে লক্ষ্য কৰিলে যে সি শইকীয়াক আপোন খুৰাকৰ দৰেই ব্যৱহাৰ কৰিছে। তাই খুৰাকে তাক কোৱা শুনিবলৈ পালে—"ক'তনো অহা হলহেঁতেন ! ষিমান হে লেঠা ! জিলা কমিটিয়ে আকৌ মোকো প্ৰতিনিধি কৰিলে। সৰ্ব্বোদয় সন্মিলন যোৰহাটত হল কাৰণেই আহিলোঁ। ভাবিলোঁ—লগতে তোমালোককো চাই যোৱা হব।…"

ৰাতি খোৱাৰ পিছত পঞ্চমীয়ে ঘৰৰ সকলোৰে আৰু গাঁৱৰ বা-বাতৰি ল'লে। আন কথাৰ লগতে মুকুলীৰ কথাও ওলাল: কাঠফুলা বৰিত দুমাহৰ আগতে

আৰো ৰিফিউজী আহিছিল। এইবাৰ আকৌ একে অৱস্থা। কেবাহেজাৰো মানুহ কাঠফুলা বৰিত গোট খোৱা দেখি ৰিফিউজীও পলাল, পুলিচো আঁতৰিল। তাতে ৰাইজে মিটিং পাতি প্ৰস্তাৱ ললে যে শীঘ্ৰে মুকুলীক মুক্তি দিব লাগে। নহলে অহা পঞ্চায়ত গঠনৰ সময়ত কোনেও ভোট নিদিব আৰু সমূহীয়া উন্নয়নৰ বা উন্নয়ন খণ্ডৰ বিষয়াক গাঁও সোমাবলৈ দিয়া নহব। সেয়ে হে কৰ্তৃপক্ষই ভয় খাইছে। শিলজুপুৰিত নতুনকৈ পুলিচ থানা এটা বহুৱাইছে। লগতে ভৰত শইকীয়াই কলে, "তইঁতে আলোচনী-তালোচনী ৰাখ নহয়? 'সন্ধিক্ষণ' বোলা সাদিনীয়াখন ৰাখ নে?"

তাই কলে, "ৰাখোঁ। ডাকত আহে কাৰণে তিনি দিন পলম হয়। কিয় সুধিলে?"

তেখেতে কলে, "সন্ধিক্ষণত তিনিটা প্ৰবন্ধ ওলাই গল। লিখিছে ত্ৰিনয়নে। ত্ৰিনয়ন আন কোনো নহয়, আমাৰ মুকুলী হে। সি জেলৰপৰাই লিখি আছে। জেলতো দুৰ্নীতি। এটকা-দুটকা দিলেই ৱাৰ্ডাৰ ঠাণ্ডা হৈ যায়। সেইকাৰণেই প্ৰবন্ধ তিনিটা সি পঠাব পাৰিলে। মই এপষৰ আগতে তাক দেখা কৰিছিলোঁ। বহি বহি খাবলৈ পাই সি বেছ শকত হৈছে। বোধকৰোঁ জেলত থাকিও নিজে জিকি আছোঁ বুলি ভাবিছে। এৰা, সি তেনেকৈ ভাবিবই। প্ৰবন্ধ তিনিটাই সকলোতে খলক লগাইছে। চৰকাৰী মহলো চিন্তাত পৰিছে।"

তাই আচৰিত হৈ গল। মাজুলীৰ ফালে তেনেহলে দক্ষিণৰ বতাহ লগা নাই, তাই 'সন্ধিক্ষণ' পঢ়ি আছে। কিন্তু প্ৰবন্ধবোৰ তাই সাধাৰণতে নপঢ়ে। পঢ়ে গল্প আৰু কবিতা। পঢ়াহেঁতেন, এইকেইটা প্ৰবন্ধৰ ভাষা দেখিয়েই মুকুলীয়ে লিখা বুলি অনুমান কৰিব পাৰিলেহেঁতেন। নিৰ্ভীকতাই আৰু স্পষ্টবাদিতাই ভাষাৰ খুৰত শাণ দিয়ে। মুকুলীৰ কথা আৰু লিখাত তাৰ প্ৰমাণ আছে।

দুদিনমান থাকি যাবলৈ বৰকৈ ধৰাতো ভৰত শইকীয়াই নুশুনিলে। তেখেতৰ বহুত লেঠা। তাইৰ গায়ে-মূৰে হাত ফুৰাই মাত লগাই শইকীয়াই বিদায় ললে। ভগীৰথে নিজে জীপ চলাই তেখেতক কমলাবাৰী ঘাটলৈ লৈ গল।

খুৰাক যোৱাৰ পিছতেই তাই 'সন্ধিক্ষণ'ৰ পুৰণি সংখ্যাকেইটা উলিয়ালে। আগতে তাই মুকুলীৰ লিখা পঢ়িছিল—কেৱল এখন ব্যক্তিগত চিঠিত হে। এতিয়া পঢ়িব ছপা আখৰত। আৰু এই লিখাখিনি পঢ়িছে দেশৰ হেজাৰ হেজাৰ মানুহে। প্ৰথম প্ৰবন্ধটোৰ প্ৰথম পৰিচ্ছেদটোৱেই চমক লগা!

'...স্বাধীনতাৰ পিছত আটাইতকৈ উল্লেখযোগ্য ঘটনা কি? বহুতেই বাহ্যিক পৰিবৰ্ত্তনৰ কথা কব। কিন্তু এনে মূল্যাঙ্কনত বিশ্লেষণৰ অভাৱ। বৰ্ত্তমান যুগত যিকোনো চৰকাৰেই শিল্পৰ উদ্যোগ, বিজ্ঞান আৰু টেক্‌নলজিৰ কথা কবই আৰু সেইমতে চেষ্টাও কৰিব। সেইকাৰণে শিল্প, বিজ্ঞান আৰু বিজ্ঞানসন্মত পদ্ধতিৰ প্ৰসাৰ-প্ৰচেষ্টা কোনো অদ্বিতীয় প্ৰচেষ্টা নহয়। মাথোন সেইকাৰণেই হে নেহৰু বৰণীয় হোৱা নাই। উদ্যোগ আৰু আঁচনিৰ শামুকীয়া গতিলৈ লক্ষ্য কৰিলে পোনতে মনলৈ আহে—ক'ৰবাত কিবা এটা ডাঙৰ ভুল হৈ গৈছে। ভুল বুলিও কব নোৱাৰি। আচল কেৰোণ হল স্বৰাজোত্তৰ কালৰ অসুস্থ পৰিবৰ্ত্তন হে। এই যুগৰ ডাঙৰ ঘটনা হল—আদৰ্শৰ মৃত্যু আৰু নৈতিক অধঃপতন।...

...দেশৰ যুৱক-যুৱতীক দোষ দিয়াটো বিলাস হৈ পৰিছে। ইও চিন্তাৰ দৈন্যৰ চিন হে। যৌৱনে বিচাৰে মনৰ সমগ্ৰ সত্তাৰে পূজা কৰিবৰ যোগ্যতা থকা এজন নায়কৰ। তেনে এজন নায়ক, নেতা বা সাধকে উদ্দীপনা দি যৌৱনৰ কল্পনাক ধন্য কৰে। কিন্তু সেইজন লোক-নায়কৰ আবিৰ্ভাৱ হৈছে জানো? যুৱক-যুৱতীয়ে কাক ভাবসা কৰিব? স্বাৰ্থপৰ পৌৰুষশূন্য নেতৃত্বক? কপটালিক? জড় মানসিকতাৰ বুদ্ধিজীৱীক?...'

দ্বিতীয় প্ৰবন্ধটোত আছে দেশৰ ভিন ভিন ধৰণৰ দুৰ্নীতিৰ হিচাপ। প্ৰবন্ধটো তথ্য-গধুৰ। সেইকাৰণে ইয়াৰ সত্যতা অস্বীকাৰ কৰা টান। এঠাইত লিখিছে: 'মূৰৰপৰা ভৰিলৈকে সকলো অঙ্গতে স্নায়ুতন্ত্ৰ বিস্তাৰিত হৈ থকাৰ দৰে, মন্ত্ৰীত্বৰ উচ্চ শিখৰৰপৰা নিম্ন বেতনভোগীৰ পাদদেশলৈকে দুৰ্নীতি, স্বজনপ্ৰীতি আৰু নৈতিক অনীতি সংক্ৰামিত হৈছে। সেইকাৰণেই এই যুগৰ ট্ৰেজেডিৰ ৰূপ বিচ্ছেদ, দুৰ্ঘটনা বা অকাল মৃত্যু নহয়;—এই যুগৰ ট্ৰেজেডি হল সজ লোকৰ দুৰ্দ্দশা আৰু সজ লোকে সজ পথেদি অকলশৰীয়া হৈ আত্মাৰ যন্ত্ৰণাৰে বাট বুলি যোৱা...'

তৃতীয় প্ৰবন্ধটোৰ নাম হল, "বুদ্ধিজীৱীৰ জড়তা"। লিখিছে: '...বুদ্ধিজীৱীয়ে পাহৰি গৈছে যে তেখেতসকলৰো দেশৰ প্ৰতি এটা কৰ্ত্তব্য আছে। মৌলিকতাহীনতাই আৰু পশ্চিমৰ অক্ষম অনুকৰণে প্ৰমাণ কৰিছে যে

সাধনাৰ অভাৱে আৰু আত্ম-বিশ্লেষণৰ অভাৱে তেখেতসকলক প্ৰকৃত সত্যৰ-পৰা আঁতৰাই ৰাখিছে। সেইকাৰণেই বিশ্ববিদ্যালয়বোৰত ৰাজনীতিৰ উৎকট গোন্ধ। শিক্ষাৰ নামত বেশ্যালি। 'বিদ্যা দদাতি বিনয়ং'। এতিয়াৰ বিদ্যাই মানুহক বিনয়ী নকৰে। আজিৰ আত্মম্ভৰি বিদ্যা নিষ্পেষণৰ মূলধন, কপটালিৰ আহিলা।'

এঠাইত কেইটামান বাক্য দেখি পঞ্চমী চমকি উঠিল: '……সেইকাৰণেই ইঞ্জিনিয়াৰৰ লগত মিস্ত্ৰীৰ পাৰ্থক্য নাই। বিভিন্ন বিভাগৰ বৰমূৰীয়া আই. এ. এচ.বোৰ বেছি দৰমহা পোৱা কেৰাণী হে। গণতন্ত্ৰত চলি থকা হৃদয়হীন আমোলাতন্ত্ৰই চাকৰিজীৱী যুৱকক নপুংসক কৰিছে। সেইকাৰণেই ইঞ্জিনিয়াৰক চাকৰি কালত ইঞ্জিনিয়াৰিং বিদ্যাতকৈ চৰকাৰী নিয়ম-কানুনৰ—ফাণ্ডামেণ্টেল্ ৰুল্‌চ্ আৰু একাউন্টেন্সিৰ—বেছি প্ৰয়োজন হয়। ফলত এতিয়াৰ লৰাই দেশৰ উপকাৰ কৰিম বুলি—ব্ৰহ্মপুত্ৰত সাঁকো সাজিম, ভূমিক্ষয় বন্ধ কৰিম আৰু ঘৰ-দুৱাৰ ৰাস্তা-পদূলি সাজি আপোন দেশ অময়াপুৰী কৰিম বুলি—ইঞ্জিনিয়াৰিং নপঢ়ে; পঢ়ে আনতকৈ ধনী হোৱাৰ উদ্দেশ্যেৰে হে। অথচ কচ দেশত প্ৰথম পৰিকল্পনাসমূহত ডেকাই ইঞ্জিনিয়াৰিঙৰ খুঁটি-নাটি শিকিছিল চাকৰি পাবলৈ নহয়—কাৰিকৰী বিদ্যাৰে বান্ধ সাজিবলৈ, কৃষি-শিল্পৰ উন্নতি-সাধন কৰিবলৈ। তেওঁলোকৰ ইঞ্জিনিয়াৰ হোৱাৰ উদ্যমৰ লগত জড়িত আছিল দেশপ্ৰেম আৰু আতুৰ জনতাৰ প্ৰতি মমতা। আমাৰ ইঞ্জিনিয়াৰৰ লগত ব্যতিক্ৰমৰো তুলনা নহয়।…'

প্ৰবন্ধ তিনিটাৰ কিছু কথা পঞ্চমীয়ে বুজিলে। কিন্তু বেছিভাগ কথাই ভালকৈ বুজিব নোৱাৰিলে। তথাপি আধা-আধি বুজা কথাখিনিয়েই তাইক উত্তেজিত কৰি তুলিলে। প্ৰথমে তাইৰ মনলৈ আহিল—তায়ো তেনেহলে মুকুলীৰ চকুত দোষী। তাই কাক শ্ৰদ্ধা কৰিব? আন কাৰোবাক শ্ৰদ্ধা কৰিলে যে একেলগে হোমৰ গুৰিত বহা পুৰুষজনক অস্বীকাৰ কৰিব লাগিব!…



## ॥ এটৈকশ ॥

খুৰাক অহাৰ দিন ধৰি ভগীৰথে পঞ্চমীক মৰম কৰিছে যদিও তাই সন্তুষ্ট হব পৰা নাই। তাইৰ ইচ্ছা গৈছে কোনোবা বিজ্ঞ মানুহক সুধিবলৈ—ভগীৰথৰ দৰে মানুহ এটাক ভাল পাবলৈ চেষ্টা কৰা উচিত নে? যদি হৃদয়ে তাক ভাল পাবলৈ নিবিচাৰে, তেনেহলে তাক ঘৃণা কৰিব পাৰি নে?

কিন্তু তাই কাক সুধিব? যদি মুকুলীক সুধিলেহেঁতেন! সি হয়তো কলেহেঁতেন যে নিজৰ গৃহিণীক প্ৰতাৰণা কৰা মানুহটোৰ লগত বসবাস কৰি লোকৰ চকুত ধূলি দিয়াৰ কোনো অৰ্থ নাই। সুখ নিজৰ বস্তু। তাক ঘৃণা কৰাও উচিত নহয়। লাভো নাই। ঘৃণাই আপোন আত্মাক হে কলুষিত কৰে।

তাই কেইদিনমানৰ মূৰত খুৰাকৰ চিঠি পালে। চিঠিত পোনতে ঘৰুৱা খা-খবৰ লিখি পিছত হে জনালে যে সোণাইৰ পাৰত কলেৰা হৈছে। বহুত মানুহ মৰিছে। তথাপি চৰকাৰী ব্যৱস্থা নাই। সেইকাৰণেই ডাক্তৰৰ ধন ঘটাৰ চেলু ওলাইছে। এই সুবিধাতে ডাক্তৰে ২০০ চি. চি. চেলাইনত চাৰিশ টকা লোৱাৰো প্ৰমাণ আছে। ঘৰে ঘৰে বেমাৰ। দেশৰ হিত সাধিছোঁ বুলি কৈ ফুৰা পঞ্চায়তৰ মানুহবোৰে নিজে বেমাৰত পৰে বুলি ফালৰি কাটি ফুৰিছে। চৰকাৰে দোষৰ হাত সাৰিবলৈকে বেমাৰটোৰ নাম কলেৰা বুলি নকৈ অন্য অদ্ভুত নাম এটাৰ আশ্ৰয় লৈছে। অথচ সোণাইপৰীয়া মানুহে যি পানী খায়, সেই পানী গৰু-ম'হেও খায়। এতিয়া সোণাইৰ পাৰত প্ৰয়োজন হৈ পৰিছে কিছুমান নিস্বাৰ্থ সমাজ-সেৱকৰ। বাতৰি যোগনিয়াৰে ভয়াবহ বেমাৰটোৰ স্বৰূপ দাঙি ধৰিছে আৰু স্বাস্থ্য বিভাগৰ চৰম ব্যৰ্থতা উদাহৰণ দি প্ৰমাণ কৰিছে। সেইকাৰণেই গোটেই অসমতে আলোড়ন হৈছে। চৰকাৰ বিপাঙত পৰিছে যদিও সাধাৰণ মানুহৰ মৰণে শাসকক দুখ দিয়া নাই। মাথোন উপায় চিন্তিছে—কেনেকৈ অভিযোগৰপৰা হাত সৰা হয়! এই দুৰ্যোগত সোণাইপৰীয়াই মুকুলীক বিচাৰিছে। দেওৱা বিল ডাক হল। ভাতৰ পাতৰ মাছকণ হেৰাল। কাঠফুলা বৰিত হয়তো এদিন ভগনীয়াও বহিব।

কাৰণ, দুখ-দৈন্যই মানুহৰ প্ৰতিৰোধ-শক্তি নাইকিয়া কৰিছে। এতিয়া দেহাটো লৈ বাচি থকাই টান হৈ পৰিছে। উন্নয়ন বিষয়া, প্ৰচাৰ বিভাগৰ বিষয়া আৰু পাবত-গজা নেতাৰ আশ্বাসত আৰু উপদেশত সোণাইপৰীয়া মানুহৰ আস্থা নাই। সিহঁতে বিচাৰিছে মুকুলীক। ছদিনৰ ভিতৰতে দুশ মানুহ মৰিল। সেয়ে হে কেবাখন গাঁৱৰ মানুহে মুকুলীক এৰি দিয়াৰ কথা বাতৰি কাকতৰ মানুহক জনোৱাত কাকতবোৰে এই কথা ভালকৈ পৰিবেশন কৰিলে। ফলত মুকুলীক মুক্তি দিয়া হল।...

চিঠিত এই খবৰ পাই পঞ্চমীৰ অজানিতে সকলো দুখ নাইকিয়া হল। মুকুলীৰ জীৱনৰ লগত তাইৰ জীৱনৰ কোনো সম্পৰ্ক নাই। মুকুলী এতিয়া যিকোনো এটা অচিন মানুহৰ দৰেই। তথাপি তাক লৈয়ে তাইৰ গৰ্ব্ব হল। যিটো মানুহক বাধ্য হৈ চৰকাৰে মুক্তি দিয়ে, সি সঁচাকৈয়ে নায়ক, সঁচাকৈয়ে অসাধাৰণ।...

চিঠিখন হাতত লৈ তাই চিন্তা আৰু কল্পনাত বিভোৰ হৈ আছিল। হঠাতে ভগীৰথ ওলালত তাইৰ সম্বিত আহিল। সি সুধিলে, "বৰ মন-মৰা হৈ আছা দেখোন?"

তাই কলে, "এনেয়ে।" চমু উত্তৰটোৰে তাক আন কথা সোধাৰ উৎসাহ নিদিলে।

কিছু সময়ৰ পিছত সি তাইক বৰকৈ ধৰিলে তাৰ লগত 'কিষাণ-মেলা'লৈ ওলাবলৈ। কমলাবাৰীত 'কিষাণ-মেলা' হব। বহুত মানুহ গোট খাব। ৰাজধানীৰপৰাও ডাঙৰ ডাঙৰ মানুহ আহিব।

বহুদিনৰ মূৰত আজি হে সি তাইক তাৰ লগত ওলাবলৈ কৈছে। তাই পোনতে নেযাওঁ বুলি কোৱাত সি খট্‌বান্ধ দি ধৰিছে। সেয়ে হে তাই আনন্দ পাইছে। পাহৰি গৈছে—সোণাইৰ পাৰৰ মহামাৰীৰ কথা, মুকুলীৰ কথা আৰু ভগীৰথৰ উচ্ছৃঙ্খল জীৱনৰ কথা। এতিয়া ভাবিছে—মানুহ সলনি হব পাৰে; হয়তো সি এই দুসপ্তাহ ভাল হৈছে আৰু এয়ে ভাল হৈ পৰাৰ আৰম্ভণি। গতিকে এতিয়া তাই তাৰ লগত খাপ খুৱাই লবৰ হল। হব পাৰে—ইও তাৰ ছলনা। কিন্তু অলপ-পৰ ছলনাতে ভোল গৈ থাকিবলৈ তাইৰ বৰ ইচ্ছা গল। কাৰণ, সুখী গৃহিণী হোৱাত বাদে তাই আন একো হবলৈ নিবিচাৰিছিল।...



তাৰ লগত তাই 'কিষাণ-মেলা'লৈ ওলাল। তাই বৰ আমনি পালে। 'কিষাণ'ৰ মুখৰ দ ৰেখাবোৰৰ দাৰিদ্ৰ্যই দুখৰ আৰু নিৰ্য্যাতনৰ ছবি আঁকিছে। আৰামপুষ্ট বিষয়া আৰু আপোনতুষ্ট নেতাৰ মুখত বক্তৃতাৰ ফুলজাৰি। তেওঁলোকৰ কপটালি যে ৰাইজে বুজি পোৱা নাই! ইয়াতকৈ আৰু দুখৰ কথা কি থাকিব পাৰে? সোণাইৰ পাৰতো ভোট বিচৰাৰ এবছৰ-দুবছৰৰ আগৰে-পৰা এনেকৈ 'কিষাণ-মেলা' হয় আৰু পিছত ৰাইজে এনেবোৰ বক্তৃতা দিয়া মানুহৰ ছলনা বুজি পায়। সেইকাৰণেই সোণাইপৰীয়াই পঞ্চায়ত, উন্নয়নখণ্ড আৰু চৰকাৰে পতা সভা-সমিতিত আস্থা হেৰুৱাইছে। পঞ্চমীৰ কাৰণে এই 'কিষাণ-মেলা'খন নতুন নহয়। মাজুলীবাসীৰ কাৰণে নতুন যদিও, মানুহে মেলাৰ বাহিৰে আন স্বকীয়া তাৎপৰ্য্য আছে বুলি ভবা নাই, মাথোন গতিবিধি হে লক্ষ্য কৰি আছে বুলি পঞ্চমীয়ে অনুমান কৰিছে। প্ৰতি মুহূৰ্ত্তই তাইক পীড়া দিছে। ভাবিছে—ভগীৰথৰ এইখন মেলালৈ ইমান উৎসাহ কিয়?

অলপ-পৰৰ পিছত হে তাৰ অস্বাভাৱিক উৎসাহৰ কাৰণটো ধৰিব পাৰি তাই খঙত, বিদ্বেষত আৰু আশাহত হোৱাৰ লাঞ্ছনাত কঁপিবলৈ ধৰিলে। সি সলনি হোৱা নাই। এই দাৰুণ সত্যটো জানিবলৈকে তাই 'কিষাণ-মেলা'লৈ আহিব নেলাগিছিল।

...প্ৰায় এমাহৰ আগৰ কথা। ভগীৰথে তাৰ পোছাক থকা বাকচটোও সেইদিনা তলা মাৰিবলৈ পাহৰি গল। চাবি সোমাই থকা তলাটো এচুকত পৰি আছিল। সদায় তলা মাৰি থোৱা বাকচটোৰ ভিতৰখন চাবলৈ তাইৰ কৌতূহল হল। তাই দেখিলে—তাৰ কাপোৰবোৰৰ মাজত আছে এখন ফুল দিয়া মুগাৰ মেখেলা আৰু সুন্দৰ পাৰি থকা এখন কোমল কলপতীয়া ৰঙৰ 'কাঞ্জিভৰম' চাদৰ। তাইৰ আৰু বুজিবলৈ বাকী নেথাকিল। এইখন মেখেলা আৰু চাদৰে আনৰ দেহ শুৱনি কৰিব।

আজি তাৰ দেখ দেখ প্ৰমাণ পালে। ছোৱালীজনী হেনো সৰবৰহী। সকলোতে আগভাগ লয়। আজি ৰচকী হৈ 'কিষাণ-মেলা'ত আন কেইজনীমান মহিলাৰে সৈতে বিশিষ্ট লোকসকলক আপ্যায়িত কৰিছে। অৰ্থাৎ মিচিকিয়া হাঁহিৰে মুখখন মোহনীয় কৰি বটাটোৰে সৈতে তামোল যাচিছে। এইজনী ছোৱালীক পঞ্চমীয়ে আগে-পিছেও দেখিছে। সুগঢ়ী ছোৱালী। এখন

আধুনিক বুলি ভবা সত্রত প্রতি বছৰে ৰাসযাত্ৰা পাতে। তাত তাই প্ৰধান গোপিনী হৈ পখিলাৰ দৰে নাচি চৌপাশে কাম-গন্ধৰ কণিকা সিঁচে।

চাদৰৰ পাৰিটো পঞ্চমীৰ মনত আছে আৰু মুগাৰ মেখেলাৰ ফুলটোও। তাইৰ ভুল হব নোৱাৰে। মিচিকি হাঁহিৰে নম্ৰতাৰ প্ৰতিমূৰ্ত্তি হৈ তামোল দি ফুৰা ছোৱালীজনীয়ে, বহু আলোচিত কণকায়েই—তামোল যাচি ফুৰিছে। তাকে দেখি ভগীৰথৰ ওচৰত বহিও পঞ্চমী জলি-পুৰি মৰিছে। তাইৰ অসহ্য লাগিছে। কি কৰিব? এতিয়াই তাইৰ চিঞৰি চিঞৰি কবৰ ইচ্ছা হৈছে—'এই অসঙ্গাতী। কণকা অসঙ্গাতী, দুশ্চৰিত্ৰা। এইখন চাদৰ…'

তাই ভগীৰথক নেমাতি অকলে সভাৰপৰা ওলাই আহিল। ভগীৰথেও উপায় নেপাই তাইৰ পাছ ললে। মানুহৰ সমাগম নথকা ঠাই এডোখৰত সি সুধিলে, "যোৱাগৈ?"

তাই ঘৃণাত মুখখন আনফালে ঘূৰাই কলে, "ওঁ।"

আন উপায় নথকাত হে তাই জীপত উঠিল। ঘৰ পাই তাই ৰণচণ্ডীৰ মূৰ্ত্তি ধৰিলে।

"খুৰাদেউ আহোঁতে এনেকৈ সজ মানুহৰ ভেশছন ধৰি আছিলা কিয়? বহুত সহিলোঁ। এনেকৈ মতা-তিৰোতা সাজি লাভ নাই। সেইদিনাই খুৰাক লৈ যাবলৈ নকৈ মোক কিয় শাস্তি দিছা?" ইয়াকে কৈ তাই হুকুহুক্ কৰে কান্দি পেলালে।

ভগীৰথ কিন্তু নিমাত। সি নেজানে যে নিজৰ তিৰোতাই প্ৰতাৰিত হোৱা গম পালে কিমান আতুৰ হব পাৰে।

তাইৰ উচুপনি বন্ধ হোৱাৰ পিছত সি কলে, "মোক এইকেইদিন আমনি নিদিবাচোন। মোৰ বহুত চিন্তা। এতিয়া চাকৰিটো বজাই ৰখাই টান হৈছে।"

চাকৰি বজাই ৰখা টান হৈছে বুলি শুনিও পঞ্চমীয়ে আগ্ৰহ নেদেখুৱালে। সি হয়তো এইবাৰ কথাও মিছায়ে কৈছে। সি আচলতে এইকেইদিন চাকৰিৰ চিন্তাতে আছে। সেইকাৰণেই পঞ্চমীক আদৰ-সাদৰ কৰি সান্ত্বনা পাবলৈ বিচাৰিছে। তাইক পতিৰ মৰম যাচি পূৰ্ব্বৰ ছুক্কতিৰ অনুতাপ উপশম কৰিবলৈ চেষ্টা কৰিছে। কিন্তু পঞ্চমীয়ে সঁহাৰি দিয়া নাই। কোনো তিৰোতাই এনে মানুহক সহজভাৱে গ্ৰহণ কৰিব নোৱাৰে। কণকাৰ লগত তাৰ সম্পৰ্ক এপৰ্বৰ পুৰণি। কিন্তু পঞ্চমীয়ে ধৰা পেলাইছে আজি হে। কণকাহঁতৰ দৰে ছোৱালীৰ



আকৰ্ষণৰপৰা আঁতৰি থাকিম বুলি সঙ্কল্প কৰাৰ এসপ্তাহৰ পিছত হে পঞ্চমীয়ে তাৰ সন্দেহ পাইছে।

"মই কণকাক নজনা নহয়।"

"বহুতেই জানে।"

"তেনেহলে? তেনেহলে, মোক বিয়া কৰাবৰ কি দৰকাৰ আছিল?"

এইবাৰ তাই আৰু কঠোৰ হব নোৱাৰিলে। কান্দোনৰ বোলে তাকো বেথা দিলে। সি ভাবিলে—তাইক এতিয়া আচল কথাটো কোৱাই ভাল হব। কলে, "এইকেইদিন মই বৰ অশান্তিত দিন নিয়াইছোঁ। চিলঙৰপৰা মোৰ নামত চাৰ্জ-চিট্ আহিছে। আঠটা অভিযোগ। দলং সজাৰ সময়ৰ পঁচিশ হেজাৰ টকাৰো উল্লেখ কৰিছে। মই কি সমিধান দিম ভাবি ওৰ পোৱা নাই।"

তাই তাৰ মুখলৈ থৰ লাগি চাই ৰল। কিজানি কথাখিনিৰ সত্যতা বিচাৰ কৰি চালে। দীঘল হুমুনিয়াহ এটা কাঢ়ি তাৰ কাষৰপৰা গুচি আহিল।

ভগীৰথে তাইক ভুনাই বুজাই শান্ত কৰিবলৈ সময় নহল। মহৰী এটাই তৰা-নৰা ছিঙি তাৰ ওচৰলৈ আহি ফোপাই ফোপাই কলে, "চাৰ সৰ্ব্বনাশ হল। মেচিন-নাও ডুবিছে। গোটেই হুলস্থূল। বহুত মানুহ আহিছিল…"

সি থিয় হল। গাটো কঁপিবলৈ ধৰিলে। আকৌ বিঘিনি! সি এতিয়া কি কৰিব? পি. ডব্লিউ. ডি.ৰ নাও ডুবিছে। তাৰ নিশ্চয় কিবা এটা কৰিবলগীয়া আছে।

যন্ত্ৰচালিত মানুহৰ দৰে সি জীপত উঠিল। কমলাবাৰী ঘাট পাই দেখিলে পাৰত হুৱাওৱাও লাগিছে—বিননি, কান্দোন, উচুপনি। নাওখন কিজানি ঘাটৰপৰা আধা-মাইল দূৰৈত ডুবিছিল। কাৰণ, সেই ঠাইত সৰু সৰু নাও কেইখনমানেৰে মানুহে চৈ লৈ ডুব যোৱা মানুহৰ উমান লৈছে।

দুই-এক সাঁতুৰি পাৰত উঠিছে। ভগীৰথে সকলো লক্ষ্য কৰি আছে।

কত মানুহৰ ভাগ্য, সুখ-দুখ, আশা-আকাঙ্ক্ষা এখন মাত্ৰ নাৱে নিৰাপদে কঢ়িয়াই আনিছিল! এজন ডেকাই সাঁতুৰি পাৰত উঠি দেখে তাৰ তিনি মাহৰ আগতে বিয়া কৰোৱা ঘৈণীজনী উদ্ধাৰ নহল। সি আকৌ ব্ৰহ্মপুত্ৰৰ বুকুত জাপ দিবলৈ ওলাল। দুটা মানুহে আঁকোৱালিমাৰি ধৰি হে তাক কোনো-মতে ৰাখিলে। পাৰত গোট খোৱা মানুহে আকৌ গম পালে যে কোনোবা স্বামী-স্ত্ৰী পাৰত উঠিল; কিন্তু সিহঁতৰ ডেৰ বছৰীয়া সন্তানটো বৰনৈয়ে সামৰি

ললে। সিহঁতৰ হিয়াভগা কান্দোনে বালিচৰ কঁপাই তুলিলে। এজনী বুঢ়ীক নাৱৰীয়াই উদ্ধাৰ কৰিলে। বুঢ়ীয়ে পাৰ পাই বুকু ভুকুৱাই বিনাবলৈ ধৰিলে—'মোকনো কিয় তুলিলি ঐ, মইনো কাৰ মুখ চাই থাকিম!' বুঢ়ী আহিছিল বিধৱা বোৱাৰীয়েক আৰু পাঁচ বছৰীয়া নাতিটোৰ লগত। সিহঁতৰ আৰু পাৰ দেখা পাবলৈ ভাগ্য নহল।

জীয়া মানুহৰ ভোগ লৈ কেঁচাইখাতী বৰনৈ শাঁত পৰিছে। নিমজ বুকু আৰু শান্ত সোঁতে দুৰ্ভগীয়া মানুহৰ অসহায় আস্ফালন ঢাকি ৰাখিছে। বৰনৈ নিৰ্ব্বিকাৰ, প্ৰাণহীন, হৃদয়হীন। পানীও জড় পদাৰ্থ। পানীৰ এই বিশাল বিস্তৃতিয়ে নিয়ম মানে, আবেগ নুবুজে। পাৰৰ হাহাকাৰ নুবুজে।

মেচিন-নাওখনত ছকুৰি মানুহ আহিছিল। তাৰে তিনি কুৰি নটা প্ৰাণী হে বাচিল। গুৰি ধৰা নাৱৰীয়াটো পাৰলৈ উঠাত হে মানুহে আচল হিচাপটো পালে। পাৰত দুনাই হাহাকাৰ লাগিল। বনগাঁও, জেংৰাইমুখ আৰু চামগুৰিৰ-পৰাও মানুহ আহি ঘাটত গোট খাইছেহি। দুৰ্ঘটনা শুনি সিহঁতে উত্ৰাৱল হৈ পাৰত ভূ লৈছেহি। এইখন মেচিন-নাৱতে সম্বন্ধীয়া কোনোবা কোনোবা অহাৰ কথা আছিল। যদি নাই অহা ভালেই হল। ভগৱানেই মানা কৰিলে। যদি আহিছিল?

"বলুকা, তই বাৰু লাচিঙক দেখিছিলি?"

"ওঁ"

হঠাতে ধাচ্ কৰি মাটিত পৰি কান্দি কান্দি শেষত কোনোবা ভূ লওঁতা অচেতন হৈছিল।

"চান্দু, ভোগদৈ, যমুনা আৰু কিৰিপক দেখা মনত পৰে নে?"

"আমাৰ লগতে আহিছিল।"

আকৌ সেই অসহনীয় আৰ্ত্তনাদ।

"হেৰ আঘোণা, মোৰ লৰাটোও আহিছিল নেকি?"

"বোধকৰোঁ নাই অহা। নিশ্চয় সি মোক দেখা পাই মাতিলেহেঁতেন। মই টিঙৰ কাষত বহি আহিছিলোঁ। বোধকৰোঁ ফেৰীত আহিছে।"

পিতৃৰ খন্তেকলৈ স্বস্তিৰ নিশ্বাস!

"চম্পক কাই, আমাৰ পিতাই, আ-মা-ৰ পি-তা-ই..."

"নোৱাৰিলে। নাও গৈ পোৱাৰ আগতেই..."



পুত্ৰৰ বিননিত বৰনৈৰ বায়ু ৰলিয়া হল।...

ভগীৰথে ঘাটৰ ওচৰৰ গুৱালৰ জুপুৰিটোৰ আঁৰ হৈ এইবোৰ সকলো চাই আছিল। আতুৰ মানুহৰ বিননি শুনিছিল। মাজে মাজে তাৰ দম বন্ধ হৈছিল। কান্দিব নোৱাৰিছিল। আনৰ কান্দোন শুনি নিজে কান্দিব পৰাটোও ভাগ্যৰ কথা। কিন্তু সি অস্থিৰ হৈছিল। অনুভৱ কৰিছিল—চিতাৰ জুইয়ে হে যেন একেসময়তে তাৰ দেহৰ সকলো ঠাই দহি পেলাইছে! বহুদিনৰ মূৰত আনৰ বৰ্ণনাতীত বেদনা দেখি সি আজি জীয়াতু ভুগিছে। কত মৰিল, কতৰ বাসনা অপূৰ্ণ হৈ ৰল আৰু কতই ভগা হিয়া লৈ কাল কটাব লাগিব! অসহ্য। দুখ-বেদনাৰ এই হুবহু দৃশ্য চাই, এই অসহনীয় বাস্তৱৰ মুখামুখিকৈ থাকি সি আৰু নিজক চম্ভালিব নোৱাৰিব। অনুশোচনাৰ বহ্নিয়ে তাৰ চকুলো শুকুৱাইছে; চিন্তাৰ গতিপথ ৰুদ্ধ হৈছে।

জীপত উঠি সি জোৰেৰে চলাই দিলে। অসহ্য দৃশ্যৰপৰা দুমাইল আঁতৰ হৈ ভাবিলে—তাৰ কৰিবলগীয়া কামখিনি কৰিলে। সাঁতুৰিব পৰা কুলী কিছুমান ঘটনাস্থললৈ পঠিয়ালে। মাছৰ মহলদাৰ এটাক কৈ মটৰ-লান্চ্ এখনো তালৈ পঠিয়ালে। অচেতন অৱস্থাত পাৰলৈ তুলি অনা মানুহৰ প্ৰতিবিধানৰ বাবে কমলাবাৰীৰ ডাক্তৰক খবৰ দিয়াত তেওঁ আহিল।...

কোৱাৰ্টাৰ পাই সি পোনতে লাহেকৈ বাহিৰৰ দুৱাৰখন জপাই থলে। দীঘল বেঞ্চি এখনত ঢলি পৰিল। কাকো নেমাতিলে। পঞ্চমীয়ে তাক দেখিলে। কিন্তু নেমাতিলে। তালৈ তাইৰ কোনো অনুকম্পা নাই। সি হয়তো অস্থিৰ হৈছে নাও দুৰ্ঘটনাত মৰা মানুহবোৰৰ কাৰণে নহয়, নিজে দোষত পৰে বুলি হে। তাই এই দুঘণ্টাৰ ভিতৰতে সকলো খবৰ পাইছে। লোকৰ মুখত শুনা কথা কাৰণে বেছি কৰুণ বৰ্ণনা বুলি কল্পনা কৰিছে।

বেঞ্চিখনত ছট্ফটাই সি পৰি আছে। সি নিজে হয়তো গম পোৱা নাই যে সি নিজক নিজে কথা কৈছে: "মই পাতকী। মই, মই আৰু...সনৎ দত্তই ইমানবোৰ মানুহ হত্যা কৰিলোঁ। তিনি কুৰি আৰু এক, দুই, তিনি,...আঠ, ন।...বহুত।"

পঞ্চমীয়ে শহাকণীয়া হৈ শুনিছে। তাই শিয়ৰি উঠিছে। তেনেহলে হেড্ক্লাৰ্ক বানেশ্বৰ গগৈয়ে কোৱা কথাটো সঁচা?—'ইমানবোৰ মানুহৰ বধভাগী হৈছে কেৱল দুটা মানুহ—এচ্. ডি. অ'. আৰু সনৎ ঠিকাদাৰ।"

হঠাতে সি ভূতে পোৱা মানুহৰ দৰে পঞ্চমীক মাতিলে। তাই হাজিৰ হলহি। তাৰ কপালত হাত দিলে। শীতৰ সন্ধিয়াও সি ঘামি জুকুলি-জুপুৰি। শৰীৰৰ উত্তাপ স্বাভাৱিক যদিও কপালৰ থিয় সিৰ ডুডাল ঘনাই উঠা-নমা কৰিছে।

"বুইছা পমী, মোৰ একো দোষ নাই। নাৱৰীয়াই সিহঁতক বচাব নোৱাৰিলে মই কি কৰিম? তলিৰ তক্তা এচলা পচা বুলি কলে কিʼহব? আগতে সি খবৰ নিদিলে কিয়?"

তাই একো নেমাতিলে। সি আকৌ কলে, "মোৰ একো নহয়। থকাখিনিৰেই চলিব পাৰিম। হয়তো তদন্ত হব। এটা কথা। তোমাক মই একো দিব নোৱাৰিলোঁ। আনকি ৰূপটোও চিনি নেপালোঁ। মই জানো, তুমি এতিয়া নতুনকৈ মোক ভাল পাব নোৱাৰা।"

তাই কলে, "এতিয়া এইবোৰ চিন্তা কিয়? গা-পা ধুই ভালকৈ জিৰণি লোৱা।"

সি তাইৰ মুখলৈ ৰʼ লাগি চাই বল। কিজানি তাইৰ গোপন মনটো বুজিবলৈ। একো বুজি নেপালে। এনেতে গেটটো জোৰেৰে খোলাৰ শব্দ ডুয়ো শুনিবলৈ পালে। আকৌ গেট বন্ধ কৰাৰ শব্দ কাণত নপৰিল। সেইফালে কোনোবা গপ্ গপ্কৈ আহি থকা হে অনুমান কৰিব পাৰিলে। পঞ্চমী আঁতৰ হল।

খন্তেকৰ ভিতৰতে তাৰ আগত আদহীয়া বয়সৰ মানুহ এটা যুদ্ধং দেহি ভাব লৈ থিয় হলহি। ভগীৰথ আতঙ্কিত হল। মানুহটোক ভালকৈ চাই লোৱাৰ পিছত হে সি আগৰ অৱস্থালৈ আহিব পাৰিলে। এইটো কোন্দো নাৱৰীয়া। সিয়েই সেই নাওখনত গুৰি ধৰি আহিছিল। খুব ভাল নাও বায়। মেচিন-নাও হোৱাতো তাক গুৰিয়াল হিচাপে ৰাখিবলগীয়া হৈছিল। সি অনেকবাৰ এই মেচিন-নাওখন চাকনৈয়াৰপৰা ৰক্ষা কৰিছিল।

"কান্দো, আৰু কিবা খবৰ পাইছ?"

"সেইবোৰ আপুনি শুনি লাভ নাই। পোন্ধৰ বছৰ নাও চলালোঁ। কিন্তু এনে হোৱা নাছিল। আপোনালোকৰ লগতে মই পাপৰ ভাগ লব নোৱাৰোঁ। মোক এৰি দিয়ক। হাত ডুখন আছে যেতিয়া মই আন উপায়েৰেও চলিব পাৰিম।"



"খং নেখাবিচোন। তোৰতো দোষ নাই। বচাব নোৱাৰিলেওতো তই যত্ন কৰিছিলি চাগৈ!"

"সেইবোৰ বলকিব নেলাগে। তলিত মানুহে নাওখন পাইছে। এচলা পাত নাই। হঠাতে খহি গল। সেইগতিকেই অকস্মাতে তলৰ পানীয়ে ডুবালে। মই চেষ্টা কৰি চাবলৈ আপোনালোকে কি বাকী ৰাখিলে?"

ভগীৰথ মনে মনে থাকিল। সি সাউংকৰে ভিতৰলৈ গৈ ওলাই আহিল আৰু কোন্দোৰ হাতত ডুখন বহল নোট গুজি দি অনুনয়-বিনয় কৰি কলে, "কোন্দো, তোক মই নিজৰ ককাই যেন ভাবি কাৰ্য্যে কৰি মাতিছোঁ—তই যেন এই কথা আনক নকৰ।"

তাকে শুনি গুলী খোৱা বাঘৰ দৰে কোন্দো তাৰফালে চোঁচা মাৰি আহিল। মুখত তিনি-চাৰিবাৰ থুই পেলাই এশ-টকীয়া নোট ডুখন দলিয়াই থৈ গপ্ গপ্ কৰে ওলাই গল। ভগীৰথে সৰগ পৰা মানুহৰ দৰে বাহিৰৰ ডুৱাৰখন চাই ৰল। এটা সাধাৰণ নাৱৰীয়াই তাক অপদস্ত কৰি থৈ গল কাৰণে অপমানৰ প্ৰতিশোধ বিচাৰি সি অস্থিৰ নহল। পাপ-চেতনাই তাক নতুন মানুহ কৰিছে। সি মুক্তি বিচাৰিছে। প্ৰায়শ্চিত্ত বিচাৰিছে। কিন্তু ইয়াত তেনে কোনো প্ৰায়শ্চিত্ত নাই। তদন্ত হব। হয়তো সি সাৰিবও পাৰিব। পিছে দোষী সাব্যস্ত হলেও তাৰ চাকৰি হে যাব। চাকৰি যোৱাটোকে প্ৰায়শ্চিত্ত নোবোলে। ধনৰ লালসাই তাক অমানুহ কৰিছে। সি সীমা চেৰাই গৈছিল। এই মেচিন-নাওখন বহুত পুৰণি হৈছিল। মেৰামতৰ বাবে চাৰে দহ হেজাৰ টকাৰ 'টেণ্ডাৰ কল' কৰা হৈছিল। চাৰে দহ হেজাৰ টকা প্ৰয়োজনতকৈ বহুত বেছি। প্ৰায় ডুগুণ। এই ঠিকা ইচ্ছা কৰিয়েই সনৎ দত্তক দিয়া হৈছিল। সনৎ দত্তই তাক পূৰা তিনি হেজাৰ টকা দিছিল। 'বিল পাছ' কৰিবৰ সময়ত মহৰীয়ে ভগীৰথক জনাইছিল যে ঠিকাদাৰে কেইখনমান তক্তাত গমাৰি বা আজাৰ কাঠ নলগাই আন কাঠ লগাইছে। সি জানি-শুনিও নাওখনৰ মেৰামতি নেচাইছিল আৰু চাৰে দহ হেজাৰ টকাৰ বিল পাছ হবলৈ সুবিধা দিছিল। এতিয়া সি নাৱৰীয়াকো দোষ দিব নোৱাৰে। সদায় পানীৰ তলত থকা অংশটো ইমান সোনকালে পচিব বুলি সিহঁতেও সন্দেহ নকৰে। তদুপৰি নাওখন পানীত নমাৰ পিছত এবাৰো পাৰলৈ উঠা নাই। সি অনুমান কৰিছে যে তক্তাখনৰ গোটেই অংশ পচা নাছিল। হয়তো গজাল পৰা অংশত ভিতৰলৈ

পানী সোমাইছিল আৰু সেইবোৰ ঠাই পচিছিল। সেইকাৰণেই মানুহৰ ভব পাই খহি পৰিছিল। ইয়াৰ ওপৰিও নাৱত ঘাটুৱৈয়ে পইচাৰ লোভত বেছি মানুহ উঠায়। মানুহৰ সংখ্যা বেছি হবলৈ নিদিয়াও পি. ডব্লিউ. ডি.ৰে কাম। কিন্তু ঘাটুৱৈৰ ভেটি আৰু তোষামোদে ভগীৰথক বান্ধি ৰাখিছিল। সি নাৱত বেছি মানুহ অহা বন্ধ কৰিবৰ কাৰণে একো ব্যৱস্থা হাতত লোৱা নাছিল।

কোন্দো যোৱাৰ পিছত সি বেছি অস্থিৰ হৈ পৰিল। খন্তেকলৈ ঘূৰি অহা হিতাহিত জ্ঞানফেৰাও হেৰুৱাই সি অস্বাভাৱিক হৈ পৰিল। জীপখন পদূলিৰ আগতে আছে। জীপখন চকুত পৰাৰ লগে লগে সি এটা অদ্ভুত সমাধান বিচাৰি পালে। সি ভিতৰলৈ সোমাই গল। পঞ্চমী তেতিয়া ৰান্ধনি-ঘৰত। চাকৰক বন্ধা-বঢ়া কৰাৰ দিহা দিছে। এয়ে উত্তম সুযোগ। সি হাতত সাৰে ভৰিত সাৰে শোৱনি-ঘৰ পাই চুটকেচ্‌টো খুলি ৰিভল্‌ভাৰটো উলিয়াই গুলী ভৰাই ললে। পেণ্টৰ জেপত ৰিভল্‌ভাৰটো ভৰাই সি জীপখনৰ ফালে খোজ দিলে। জীপত ষ্টাৰ্ট দি সি আংশিক মুক্তিৰ আস্বাদ পালে।···সনৎ দত্ত নিশ্চয় ঘৰত থাকিব। তাক শেষ কৰি সি ফাঁচি কাঠত উঠিব। প্ৰায়শ্চিত্ত আদায় কৰিব।···

## ॥ বাইশ ॥

মুক্তি। অবাঞ্ছিত মুক্তি। সি এনে মুক্তি বিচাৰিছিল বুলি কোনেও ভাবিব পৰা নাছিল।

ধল-পুৱাতে মাজুলীয়ে সাৰ পালে। নৈ-নলা-জুৰি পুৱাৰ হেঙুলী কিৰণ সানি উন্মনা হল। আৰু সাৰ পালে অচলা প্ৰকৃতিয়ে।

কিন্তু কৰতীপাৰৰ মানুহ তাৰ আগতেই সাৰ পালে। গৰাখহনীয়াৰ কাষে কাষে থকা মথাউৰিটোৰেদি জীপ এখন প্ৰবল বেগে আহি হঠাতে থমকি ৰল। ওচৰৰ মানুহকেইঘৰৰ মতা মানুহ দুটামান শহাকণীয়া হৈ ৰল।" কিছুপৰ কোনো শা-শব্দ নাই। মানুহকেইটাৰ সন্দেহ হল। এইটো



মথাউৰিৰ এইখিনি ঠাইৰ এফুট আঁতৰতে ব্ৰহ্মপুত্ৰৰ থিয় গৰা। চ'ত-মহীয়া নদীৰ পানী দেখা যায় কুৰি হাতমান তলত হে। পবাপক্ষত এইফালে জীপ-মটৰ নাহে। এইটো মথাউৰিত মেৰামতৰ চেষ্টা চলা নাই। এবা পৰিছে। সেই-কাৰণে এইফালে জীপ-মটৰ নেলাগে চাইকেল-ঘোঁৰাগাড়ীও নাহে। কিন্তু এতিয়া জীপখন আহিছে এন্ধাৰ ৰাতি। কি কাৰণ ?

মানুহকেইটাৰ ভিতৰত এটা বেছ সাহসী আছিল। জীপখন ৰোৱাৰ আগতে অলপ-পৰ লাইট দুটা জলি থকা সি দেখা পাইছিল। সেয়ে হে তাৰ সন্দেহ হল। নিশ্চয় কিবা কাৰণ আছে।

সি চোতাললৈ আহি গল-হেকাৰি মাৰিলে। লগে লগেই সি শুনিলে, জীপখন ষ্টাৰ্ট হৈছে। কিন্তু লাইট্ নজলিল। আন্ধাৰত লক্ষ্য কৰিব পৰা অভ্যস্ত চকুৰে তৰাৰ পোহৰতে সি দেখা পালে যে জীপখনে মথাউৰিত পথালি হৈ থিয় দি গুজৰি আছে। তাৰ অনুমান হল, জীপৰ চালকে জীপখন ঘূৰাবলৈ অকণো চেষ্টা কৰা নাই। অথচ উত্তৰফালে পাছুৱাই টিপটোৰ ওচৰলৈ আনিলেই সহজে ঘূৰাব পাৰে। কাৰণ, টিপটোৰ কাষত মথাউৰিৰ সমান ওখ ভেটি এটা আছে। তিনি বছৰৰ আগৰ পাঠশালা স্কুলখনৰ অৱশেষ হিচাপে ৰৈছে এই ভেটিটো হে।

সি আচৰিত হল। জীপখনে মুখ কৰিছে নদীৰ ফালে। দুৰ্ভগীয়া নৰ-বলি যেন কেঁচাইখাঁতীৰ হে মুখামুখি হৈছে। সি আগবাঢ়ি আহিল। পিছে কেইখোজমান হে আহিবলৈ পালে। হঠাতে জীপৰ লাইট্ জ্বলিল। নদীৰ গৰা জিলিকিল, তলৰ পানীও জিলিকিল। হঠাৎ জীপখন নদীৰ ফালে আগুৱাই গল। যন্ত্ৰণাত ককৃবক্ কৰি আৰু বিকট আৰাও তুলি জীপ বাগৰি পৰিল—বিশ হাত তললৈ।···

খন্তেকতে বহুত মানুহ গোট খালে। কেইটামান মানুহ জোৰবাতি লৈ আন এটা চাপৰ গৰাৰে নামি গৈ সেই ঠাই পালেগৈ আৰু দেখিলে—জীপে পানী চুইছেগৈ আৰু যন্ত্ৰৰ দম বন্ধ হৈ গৈছে ; বালিত ক্ষত-বিক্ষত হৈ পৰি আছে ভগীৰথ ভূঞাৰ মৃতদেহ !

ৰাতিৰ ভিতৰতে কৰতীপাৰৰ মানুহে খবৰ দিলেহি পুলিচক। পুৱা পুলিচে জনালে এচ্. ডি. অ'.ৰ বঙলাত অকলে উজাগৰে ৰাতি কটোৱা দুৰ্ভগীয়া মানুহজনীক। কাৰণ, এই নিদাৰুণ সম্বাদ দিবলৈ আন কোনোৰে মন বান্ধিব

নোৱাৰিলে। উষাই ৰঙা ফোট ললে; হাঁহিৰে হেঙুলী বৰণ বিয়পালে। কিন্তু এটি মাত্র চুটি খবৰে পঞ্চমীৰ শিৰৰ সেন্দুৰ চিৰদিনলৈ মচি পেলালে।...

তাই পোনতে শিলৰ মূৰ্ত্তিৰ দৰে থিয় দি ৰল। নিষ্পলক চকু ভয়াবহৰূপে বিস্তাৰিত। দৃষ্টি ক'ৰবাত লীন হৈ গল। যেন অজান দেশৰপৰা সান্ত্বনা বিচাৰিলে।

পল-দণ্ড গোট মাৰি নিশ্চল হল। সোঁতে খহোৱা মাটি এডোখৰ বৰনৈত উবুৰি খাই পৰাৰ দৰে তাই মাটিত ঢলি পৰিল। তাই ভূতে পোৱা মানুহৰ দৰে প্রকাণ্ড চিঞৰ এটা মাৰি হঠাতে স্তব্ধ হৈ গল। চকু খোলা অৱস্থাতে থাকিল। ঢলি পৰা দেহটোত চেতনা নাই। হেড্‌ক্লাৰ্ক গগৈৰ ঘৈণীয়েক আৰু মেকানিকৰ জীয়েকে চকুৰে-মুখে পানী দিলে, মূৰত পানী দি বিচিলে। বুকুত হাত দিলে। হাতৰ জেঠীত আৰু কপালতো। তাই অচেতন। সান্ত্বনাৰ মূল্য নাই। মূল্য নাই গভীৰ দৰ্শনৰ—অভিজ্ঞতা আৰু যন্ত্রণাৰে পৰিশোধিত জাগতিক দৰ্শনৰ। কাষত থিয় দি থকা সমব্যথী মানুহে অনিচ্ছাকৃত সান্ত্বনা দিয়াৰ প্রয়োজন নহল।

প্রায় এঘণ্টাৰ পিছত যেতিয়া তাইৰ চেতন আহিল, তেতিয়া আৰু তাইৰ হিয়া ঢাকুৰি কান্দিবলৈ গাত শকতি নাই। কণ্ঠৰোধ হৈছে। চকুলোৰ মাজেদি আকাশ-মাটিয়ে ধৰা দিছে। আকাশ হালধীয়া। গেৰুৱা মাটিত ঢৌ উঠিছে।...

ৰিভল্‌ভাৰৰ গুলী এটাও খৰচ হোৱা নাই। জীপৰ গাদীৰ তলত দুটা মদৰ বটল পোৱা গল। এটা বটলত চাৰি আঙুলমান মদ আছিল। জেপত আছিল এখন সৰু ডায়েৰী। ডায়েৰীত ব্যক্তিগত কথা নাছিল। হিচাপ-পত্র আৰু 'টুৰ' কৰাৰ তাৰিখ আদি হে লিখা আছিল।

পুলিচৰ অনুসন্ধান মতে ঘটনা স্পষ্ট: ভগীৰথে আগে-পিছেও জীপেৰে ৰাতি ঘূৰি ফুৰে। সেইকাৰণে লগত ৰিভল্‌ভাৰটো থকা সম্ভৱ। ৰাতিৰ গোপন যাত্রাকালত নিচাই বেছিকৈ ধৰিছিল। সেইকাৰণে দুৰ্ঘটনাৰ বাহিৰে আন একো সন্দেহৰ কাৰণ থাকিব নোৱাৰে। পুলিচে আৰু এটা খবৰ পালে যে যোৱা ৰাতি ভগীৰথ দুবাৰ সনৎ দত্তৰ ঘৰলৈ গৈছিল। এবাৰ গৈছিল সন্ধিয়া আৰু এবাৰ ৰাতি এঘাৰ বজাত। দত্ত নাছিল। তেওঁ যোৰহাটত আছে। পলমকৈ আহি পায় বুলি সি দ্বিতীয়বাৰ এঘাৰ বজাত খবৰ কৰি চাইছিল।



সনৎ দত্তৰ ঘৰ গড়মূৰৰ উত্তৰে আৰু কৰতীপাৰ হল দক্ষিণে। সনৎ দত্তক বিচাৰি দুবাৰ ঘৰলৈ অহা সত্বেও জীপ-দুৰ্ঘটনা কৰতীপাৰত কিয় হবলৈ পালে, এই বিষয়ে পিছে পুলিচে সঠিক অনুমান কৰিব নোৱাৰিলে।

দহ বাজিল। এটা অসহনীয় পৰিস্থিতি পাৰ হল। অৰ্থাৎ শটো এচ. ডি. অ'ৰ কোৱাৰ্টাৰত কিছুসময় ৰাখি আকৌ পুলিচ থানালৈ অনা হল। কাৰণ আজিৰ ভিতৰতে যোৰহাটত 'প'ষ্ট মৰ্টেম' হব লাগিব। পুলিচৰ ভেনেটৰ পাছফালে শটো বোজাই কৰা হল। শৱ লগত যাব দাৰোগা নিজে আৰু পুলিচ এটা। পুলিচটোৱেই ভেনেটখন চলাব। সকলো জা-যোগাৰ হৈ গল। এনেতে হেড্‌ক্লাৰ্ক গগৈ চাইকেল মাৰি লৰা-টপৰা কৰি আহি দাৰোগাক কলেহি, "শইকীয়া, এটা জৰুৰী কথাৰ কাৰণে আহিলোঁ। মিচেচ্‌ ভূঞাই কৈছে যে তেখেতো লগত যাব।"

"কিয়? আকৌতো ইয়ালৈ লৈ আহিম?"

"তেখেতে মোকো লগতে যাবলৈ কৈছে। ডাক্তৰে যোৰহাটত পৰীক্ষা কৰাৰ পিছত হেনো টেক্সিৰে শটো নগাঁৱলৈ নিয়াব লাগিব। তাতেই সকলো ব্যৱস্থা হব।"

"অ' বুজিছোঁ। তেখেতৰ মত অনুসৰিয়েই আমি কাম কৰিব লাগে। ঠিক আছে। উঠক। তেখেতক লৈ আহোঁগৈ।"

* * *

গগৈয়ে পঞ্চমীক ওলাবলৈ কোৱাত তাইৰ মনত নতুন চিন্তাই ঠাই পালে। তাইৰ বাৰে বাৰে মনলৈ আহিল—যিজনী তিৰোতাৰ স্বাভাৱিক ভৱিষ্যৎ নাই, সেইজনী তিৰোতাই ধৈৰ্য্য হেৰুৱাৰো অৰ্থ নাই। তাইৰ অভাগিনী মাকৰো এদিন এনে সময়তে, এনে বয়সতে এনে অৱস্থা হৈছিল। হয়তো অধৈৰ্য্য হৈছিল, মূৰ্চ্ছা গৈছিল বা আপোনঘাতী হোৱাৰ সঙ্কল্প কৰিছিল। কিন্তু নিশ্চয় মনক বশ কৰিছিল আৰু জীয়াই থকাৰ আহ্বান শুনিছিল। মাকৰ ভ্ৰূণত তাই থিতাপি লৈ সেই আহ্বান, সেই আশা, সেই ভাৰসাৰ ক্ষণে ক্ষণে সঁহাৰি দিছিল। এতিয়া তাই সেই একে সঁহাৰিয়েই পাইছে। এতিয়া তাই অধৈৰ্য্য হলে নহব। তাই আৰু ইয়ালৈ ঘূৰি নাহে। কিন্তু লগত চুট্‌কেচ্‌ দুটা নিব লাগিব। ডাঙৰ চুট্‌কেচ্‌ দুটাত আছে ভগীৰথৰ আজীৱন চেষ্টাৰ সম্পদ।

ভেনেটত উঠি তাই শটোলৈ নেচালে। মৃত্যুৱে তাক শোধন কৰিলে। তাইৰ মনত সি অমৰ হল। এতিয়া জড়-দেহৰ বাস্তৱে তাইৰ স্মৃতিক আমনি দিয়ে বুলি তাইৰ ভয় হে হৈছে।

ফেৰীত উঠাৰ লগে লগে তাইৰ ভাব হল—'বেদনাও সহিব লাগিব মানুহৰ মৰ্য্যাদাৰে। বিশাল ববনৈৰ এই দেহ শাঁত কৰা বতাহে, প্ৰকৃতিৰ ৰূপহে আৰু প্ৰকৃতিৰ নিষ্ঠুৰ আহ্বানেও মানুহক শক্তি দিছে, সম্ভ্ৰম দিছে, মৰ্য্যাদা দিছে। এবা, সোনকালে যোৰহাট পালেগৈয়ে হয়। নগাঁৱলৈ দুখন ট্ৰেক্সি ভাৰা কৰিব লাগিব। মৰা মানুহে কথা নকয়।...

এয়া, শটো ইয়াত ৰাখিবলৈ নিদিলে। হস্পিটল্‌খন চহৰৰ দক্ষিণ মূৰে। এতিয়া চিভিল চাৰ্জ্জনৰ অফিচৰ বাৰাণ্ডাত বহি বহি আমনি লাগিছে। মই কালৈ বাট চাই ইয়াত আছোঁ? কোনো নাই, কোনো নোলাব। মৃত্যুৰ চাৰ্টিফিকেটখন পাবলৈকে ইমান ব্যগ্ৰ হৈ বৈ থকাও বাতুলতা। তেনেহলে কৰোঁ কি? এইটো প্ৰকাণ্ড ঘৰ। দুই-মহলীয়া। অফিচ? জীৱন বীমাৰ অফিচ? অ' নহয়। লাইব্ৰেৰী হে। কিতাপ ৰাখিবৰ বাবেও ইমান ডাঙৰ ঘৰ আছে? জীৱনত সকলোৱেই এদিন এৰি যায়। কিন্তু ভাল লগা কিতাপ-কেইখনে কাহানিও নেওচা নিদিয়ে। কিতাপে হে বহুতৰ নিশ্চল জীৱন সহনীয় কৰি তুলিছে। নহলেনো কিতাপ পঢ়িবলৈ ইমান মানুহ আহিব কিয়? প্ৰত্যেকৰে একো একোখন আপোন পৃথিবী আছে। মানুহে নিজৰ ইচ্ছাৰে নিজক তৈয়াৰ কৰে। নিজে জীয়াই থকাৰ দায়িত্ব নিজৰ ওপৰত। নিজৰ অস্তিত্বক খৰ্ব্ব কৰাৰ অধিকাৰ কাৰো নাই। সকলোৱেই আপোন আপোন কক্ষত অকলশৰীয়া।...

...সকলো অসহায়; অকল ময়ে নহয়। মই মুক্তি বিচাৰোঁ। কেনেকৈ?—নিজক নিজে বাচি লৈ, নিজকে স্বাধীন কৰি...

...উস্। পেটৰ তলভাগ বিষাইছে। ভিতৰত লৰচৰ কৰিছে। আকৌ বিষাইছে। কিন্তু এই যন্ত্ৰণা যে কিমান সুখৰ! অলপ দূৰ খোজ কাঢ়িলে ভাল লাগিব। গাটো পাতল পাতল লাগিব। কিজানি মনটোও ফৰকাল লাগিব।...

এইটো ঘৰ একা? বুজিছোঁ। সন্দিকৈ হল। সেয়া ক'ৰপৰা অমিয়া বৰষা মাত ভাহি আহিছে?—শিশুৰ কলৰব। দেহা শাঁত পৰি যায়।...



...তেনেহলে ইয়াৰপৰাই। ঘৰটোৰ আগৰ 'লন'খনত ভালেমান লৰা-ছোৱালী। ঘৰটোত লিখা আছে কিবা এটা। অ' এতিয়া হে চকুত পৰিছে!—"বাল্য-ভৱন"। তিনি-চাৰি বছৰীয়া লৰা-ছোৱালীয়ে পাঠশালা স্কুল পোৱাৰ আগতে ইয়াত ধেমালিৰ ছলেৰে বহুত কিবাকিবি শিকে।...ইমান ভাল লাগিছে চাই চাই! এই গছজোপাৰ তলতে চিৰকাল থিয় হৈ ইহঁতৰ লীলা-খেলা চাই থাকিম যেন লাগিছে। নিমজ কমনিখনৰ প্ৰতিটো খোজত যেন পাৰিজাত হে ফুলিছে। শিশুৰ হাঁহি-খিকিন্দালি, ব্যস্ততা, নিৰ্মল আনন্দ, গপ, ঠেহ আৰু কৌতূহল লগলাগি তৃষিত পৰাণৰ পোৱা-নোপোৱাৰ ধ্যান-ধাৰণা তুচ্ছ কৰিছে। ইয়াত সৰগ আছে, সুখ আছে—সকলো আছে।...

...হাইঠাৰ দৰে নিমজ বং। লোদোৰ-পোদোৰ দেহ। অকণি অকণি জোন যেন মুখ। সচকিত চকুত যেন বিশ্ব-ব্ৰহ্মাণ্ডৰ কৌতূহল। সময়ে যেতিয়া এই অকণি অকণি চকুবোৰৰপৰা কৌতূহলবোৰ কাঢ়ি নিব, তেতিয়া ইহঁত ডাঙৰ হব।...

...সৌৱা, এই চাৰিটাই দোলনাখনত উঠি খিল্‌খিল্‌কৈ হাঁহিছে। সৌ এহাতমান দীঘল ফ্ৰক্ পিন্ধা ছোৱালীজনীয়ে মন-মাৰি আছে। বৰ ভাল হৈছে চাবলৈ। কাৰ'বাৰ ওপৰত ওফোন্দ্ পাতিছে হবলা! এচুকত আকৌ একে-লগে আঠোটা। 'কাণি-মুনি ঘাই' খেলিছে! ফুলজোপাৰ ওচৰত সৌ ছোৱালীজনীয়ে লেপেটা খাই বহি ছবিৰ কিতাপ চাইছে। ওচৰতে লৰাটোৱে আকৌ গহীন হৈ বহি কাষতে থকা আহিলাবোৰেৰে ডেৰ বেগেতমান ওখ ঘৰ এটা সাজিছে। আনকেইটামানে আকৌ স্কুলৰ গাতে লাগি থকা ফুল-কেইজোপাৰ গুৰিখন চাফ্ কৰিছে। বাৰাণ্ডাত বহি থকাকেইটা নিচেই সৰু। কিজানি আঢ়ৈ বছৰৰ বেছি নহব। সিহঁতে পুতলা-মটৰ চলাইছে।...

ইয়াতে ভিন ভিন ৰূপ আৰু ভিন ভিন ৰুচি এই বয়সতে বঢ়িয়াকৈ ওলাই পৰিছে। সেই অনুক্ৰমে সিহঁতৰ ভাললগা বস্তুবো যোগান ধৰা হৈছে—সৰু সৰু হাতুৰী-বটালি, কিতাপ, কোৰ-কটাৰী, খেলা-ধূলাৰ বস্তু। সকলো। এইবোৰৰ সহায়েৰেই সিহঁতৰ ভৱিষ্যতৰ সাধনাৰ পৰিচয় পাব পাৰি। কিজানি 'বাল্য-ভৱন'ৰ উদ্দেশ্যও সেয়ে। প্ৰত্যেকটো লৰা-ছোৱালীয়েই কিজানি বাপেক-মাকৰ আশা-ভাৰসাৰ থল। সিহঁত ডাঙৰ হব, ভাল হব, সুখী হব। বাপেক-মাকৰ এই আশাতকৈ আৰু কি ডাঙৰ আশা থাকিব পাৰে?...

সঁচা কথা। ইয়াত যিসকলে লৰা-ছোৱালী থৈছে তেখেতসকল সঁচাকৈয়ে চহকী মানুহ। ছুটীৰ ঘণ্টি পৰিলেই। বৰ-পুখুৰীৰ পাৰত সাতখন জকমকীয়া মটৰ-গাড়ী ৰৈ আছে, ইহঁতৰে কাৰোবাক কাৰোবাক ঘৰলৈ লৈ যাবলৈ। বাকৰিত আছে স্কুলৰ নাম লিখা থকা এখন সুন্দৰ বাচ। ইয়াত ল'ৰা-ছোৱালী দিলে নিশ্চয় যথেষ্ট খৰচ হয়। এৰা, এইখন দেশত পিতৃ-মাতৃৰ সামৰ্থ্য নেথাকিলে সন্তান ডাঙৰ হোৱাটো কষ্টকৰ।…

…পেটৰ তলছোৱা দেখোন এইবাৰ বৰকৈ লৰিছে। এয়া, এয়া, ঠিকেই অনুভৱ কৰিছোঁ।—অকণি অকণি হাত! অকণি অকণি ভৰি! চম্পাফুলৰ পাহি যেন কণ কণ আঙুলি! পেটটোত হাত দি যে ইমান ভাল লাগি গৈছে! মোৰ সকলো আশা-ভাৰসাই উত্তৰত থিতাপি লৈছে।…হে প্ৰভু, যদি তুমি নিষ্ঠুৰ, তেনেহলে এতিয়াই তুমি মোক মাৰি নিয়া! হে প্ৰভু, যদি তুমি কৃপাময়, তেনেহলে মই কাকুতি কৰিছোঁ—পিতৃৰ বিয়োগৰ পিছত যি শিশুৰ জন্ম হব সি যেন লৰা হয় আৰু মুকুলীৰ দৰে হয়!…মুকুলীয়ে কম বিপৰ্যয় ভোগা নাছিল। কিন্তু সি পুৰুষ আছিল কাৰণেই সকলো অতিক্ৰম কৰি জাকত-জিলিকা হল। মোৰ জন্ম পিতৃৰ মৃত্যুৰ পিছত যদিও মই মুকুলীৰ সমান দুৰ্য্যোগত ডাঙৰ হোৱা নাছিলোঁ। কিন্তু মই নাৰী কাৰণেই এই নিৰ্য্যাতন। এই দুখ। এই বিঘিনি। মই নিজক গঢ় দিব নোৱাৰিলোঁ। কিন্তু মই 'তাক', মোৰ বুকুৰ আমঠুক, গঢ় দিম। তাৰ কাৰণে কৰিবলৈ এতিয়া মোৰ প্ৰচুৰ সামৰ্থ্য আছে। মোৰ নামত চহৰত মাটি আছে, টকা আছে। আৰু গ্ৰাম। মৃতকৰ আছিল ত্ৰিশ হেজাৰ টকাৰ ইন্সিওৰেন্সৰ প'লিচি। আৰ্থিক সামৰ্থ্যৰে যদি ডাঙৰ কৰিব পাৰি তেনেহলে 'তাক' মই খুব ডাঙৰ কৰিম। মহৎ কৰিম। নায়ক কৰিম। মানুহ কৰিম।…দুনাই কাকুতি কৰিছোঁ প্ৰভু, দেহৰ উত্তাপ আৰু পুষ্টিৰে জীয়াই ৰখা, এতিয়ালৈকে পৃথিবীৰ পোহৰ দেখিবলৈ নোপোৱা এই সন্তানটি যেন লৰা হয়। তাক ভৱিষ্যতে মুকুলীৰ দৰে হবলৈ আশীৰ্ব্বাদ দিয়া প্ৰভু! মুকুলী মহৎ, নায়ক আৰু……আৰু……বহুত কিবা।……